# ৰজা

মেকিয়াভেলি

অনুবাদক

প্রফুল্লদত্ত গোস্বামী



সাহিত্য অকাদেমী
নতুন দিল্লী

*Raja.* This translation in Assamese by Dr. Praphulladatta Goswami of Machiavelli's *The Prince* is published with the assistance of UNESCO as part of Unesco's Major Project for furthering mutual appreciation of Eastern and Western Cultural values.

© Sahitya Akademi, 1964

Price Rs. 4.00

প্ৰধান পৰিবেশক :
লয়াৰ্ছ বুক ষ্টল, গুৱাহাটী, অসম

তলৰ ঠিকনাতো পোৱা যায় :
সাহিত্য অকাদেমী
(১) ৰবীন্দ্ৰভৱন, ফিৰোজ শাহ্ ৰোড, নতুন দিল্লী-১
(২) ৰবীন্দ্ৰ ষ্টেডিয়াম, ব্লক ৫বি, কলিকাতা-২৯

কলিকাতা ১১৯ ধৰ্মতলা ষ্ট্ৰীটৰ জেনেৰেল প্ৰিণ্টাৰ্ছ এণ্ড পাব্লিচাৰ্ছ প্ৰাইভেট লিমিটেড 'অবিনাশ প্ৰেছত' শ্ৰীসুৰেশচন্দ্ৰ দাস, এম-এৰ দ্বাৰাই ছপোৱা হ'ল।

ডঃ প্ৰফুল্লদত্ত গোস্বামীয়ে কৰা মেকিয়াভেলিৰ 'প্ৰিন্স'ৰ এই অসমীয়া অনুবাদ ইউনেস্কোৰ পূব আৰু পশ্চিমৰ পাৰস্পৰিক সাংস্কৃতিক মূল্য-বোধৰ বিৰাট যোজনাৰ অংশৰূপে ইউনেস্কোৰ সহায়ত প্ৰকাশ কৰা হ'ল।

## সূচী

# ভুমিকা

১৪৬৯ খৃষ্টাব্দৰ ৩মে তাৰিখে ফ্লোৰেঞ্চ নগৰত মেকিয়াভেলিৰ জন্ম হয়। এওঁৰ জন্ম এক প্ৰাচীন আৰু সম্ভ্ৰান্ত পৰিয়ালত আৰু তেওঁ যি শিক্ষা লাভ কৰে সিও সেই সময়ৰ চলিত শিক্ষা। তেওঁ লেটিন আৰু গ্ৰীক ৰচনা অধ্যয়ন কৰে, কিন্তু আনৰ দৰে ব্যাকৰণ আৰু ৰচনাৰীতিত তেওঁ সিমান মনোযোগ নিদিলে। ইয়াৰ ফলত তেওঁ অকল পণ্ডিত নাইবা সাহিত্যিক-ধৰণৰ লোক নহল; তেওঁৰ যদি কিতাপৰ প্ৰতি অনুৰাগ উপজিল তাৰ কাৰণ কবিসকলৰ জীৱন আৰু মানুহৰ মনৰ ক্ৰিয়াৰ প্ৰতি যি আগ্ৰহ সিহে। ঘটনা-প্ৰৱাহ আৰু সমাজৰ সৈতে এটি পোনপতীয়া সম্বন্ধ স্থাপন কৰিবলৈ সমৰ্থ হৈ তাৰপৰা তেওঁ আঁতৰি নাহিল।

২৯ বছৰ বয়সত তেওঁ নিজৰ নগৰৰ কাৰ্য্যকলাপত যোগ দিবলৈ আৰম্ভ কৰিলে। এই সময়ত ফ্লোৰেঞ্চ স্বাধীন নগৰ-ৰাষ্ট্ৰ। ১৪৮৮ খৃষ্টাব্দত 'দ্বিতীয় চেঞ্চেলাৰি' বিভাগৰ এজন সচিব নিযুক্ত হৈ তেওঁ আভ্যন্তৰীণ বিষয় আৰু ৰণ-বিগ্ৰহ বিষয় তদাৰক কৰিবলৈ ধৰে।

ব্যৱহাৰিক ক্ষেত্ৰত তেওঁৰ ব্যুৎপত্তি লক্ষ্য কৰিবলৈ টান হ'ল। সোৰো-পালি আৰু যুদ্ধ-বিগ্ৰহৰ ৰাজনৈতিক মেৰপাকত সোমোৱাতকৈ সেইবিষয়ে তথ্য দাঙি ধৰা তেওঁৰ যি প্ৰবৃত্তি সিয়ে ইয়াৰ কাৰণ। কিন্তু তেওঁ লক্ষ্য কৰা কাৰ্য্যকলাপবিলাকেই পিচত তেওঁক এক মৌলিক শাসননীতিৰ তথ্য সাজিবলৈ সহায় কৰিলে। এই বছৰবোৰতেই বহুদিন উখল-মাখল লাগি থকাৰ পিচত স্পেইন আৰু ফ্ৰান্স সুসংহত শক্তিহিচাবে থিয় হয়। শক্তিশালী ৰাষ্ট্ৰহিচাবে এই দুই ৰাষ্ট্ৰই সৰ্ব্ব-ইউৰোপীয় ভাৱ এটিৰ প্ৰেৰণা জগালে। আনহাতে ইটালীয় উপদ্বীপত বৰ্ত্তি থকা সৰু ৰাষ্ট্ৰবোৰৰ অৱস্থা শোচনীয়, এইবিলাকে ডাঙৰ ৰাষ্ট্ৰক ফেৰ পাতি ধৰিবৰ অৰ্থে গোট খাবৰ উপায় উলিয়াব নাজানিলে।

১৪৯৯ খৃষ্টাব্দত মিলান ফ্ৰান্সৰ জোলোঙাত সোমালেই। ১৫০৯ খৃঃত নেপ্‌লছ স্পেইনৰ প্ৰদেশত পৰিণত হ'ল। ফ্লোৰেঞ্চ গণতন্ত্ৰ নিজৰ নিৰা-পত্তা লৈ এতিয়া বিমোৰত পৰিল। নিজৰ ভিতৰত খিয়লা-খিয়লি কৰি জুৰুলা হৈ আছিল, এতিয়া ১৪৯৪ খৃষ্টাব্দত খেদাখোৱা মেডিছি পৰিয়াল উভতি আহি আকৌ গাদীত বহিব যেন লাগিল।

ধুৰুপকৈ কব পাৰি যে এই সময়ত ঘটনাৰ নাটকীয় পৰিণতি বুজিবলৈ

আৰু ব্যাখ্যা কৰিবলৈ ইটালি দেশত মেকিয়াভেলিতকৈ আন উপযুক্ত লোক আৰু নাছিল।

চৰকাৰে তেওঁক বিবিধ দূতকাৰ্য্যত নিয়োগ কৰিলে। এই দূতকাৰ্য্যই তেওঁক ইটালিৰ সীমাৰ বাহিৰৰ জাৰ্ম্মানিলৈয়ো নিলে। এই অভিজ্ঞতাই তেওঁৰ কেতবোৰ সিদ্ধান্ত সুপক্ক কৰিলে আৰু এই সিদ্ধান্ত তেওঁ আজীৱন ত্যাগ নকৰিলে। হেতু আৰু ফল—এই জটিল খেল তেওঁ সদায় লক্ষ্য কৰিবলৈ শিকিলে। মানুহৰ ক্ৰিয়াৰ প্ৰকৃত উদ্দেশ্য তেওঁ তীক্ষ্ণভাৱে অধ্যয়ণ কৰিলে, আৰু বুৰঞ্জীৰ মেল খোৱা দৃশ্যাৱলীত এই উদ্দেশ্যৰ কাৰ্য্যকাৰিতা কিমান আৰু কিমান কাৰ্য্য মানুহৰ ইচ্ছাৰ বাহিৰ নাইবা আকস্মিক, এই পাৰ্থক্য লক্ষ্য কৰিলে।

দূতকাৰ্য্য কৰি লিখা চিঠি, টোকা আৰু ৰিপোৰ্ট আদি তেওঁৰ খ্যাতি-মান পুথিৰ প্ৰাথমিক পৰ্য্যায় নাইবা খচৰা বুলি ধৰিব পাৰি।

১৫১২ খৃষ্টাব্দত পোপ দ্বিতীয় জুলিয়াছে স্পেইন আৰু ভেনিচৰ মাজত এক সংযোগৰ ব্যৱস্থা কৰিলে; এই সংযোগে ফ্ৰাঞ্চক ইটালিত পৰাজিত কৰিলে আৰু ফ্ৰাঞ্চে মিলান এৰি দিবলৈ বাধ্য হ'ল। ফ্লোৰেঞ্চ আছিল ফ্ৰাঞ্চৰ ফলীয়া, সেইকাৰণে ফ্ৰাঞ্চ হাৰিলত ফ্লোৰেঞ্চৰ যি দুৰ্গতি হ'ল তাৰ সুযোগ লৈ মেডিচি পৰিয়াল নগৰ সোমাই নিগাজী হৈ ৰহিল।

এই পৰিবৰ্ত্তনৰ ফলত মেকিয়াভেলিৰ সচিব চাকৰি লোপ পালে আৰু এবছৰৰ কাৰণে তেওঁ বন্দীশালত সোমাল। পিচত মেডিচিসকলৰ বিপক্ষে চক্ৰান্ত কৰা বুলি সন্দেহ কৰি তেওঁক ধৰি আনি কঠোৰ শাস্তি বিহিলে। বিচাৰত নিৰ্দ্দোষ বুলি মুক্তি পাই তেওঁ ফ্লোৰেঞ্চৰ পৰা কেইমাইলমান আঁতৰৰ ঘৰ এটাত স্বইচ্ছাই নিৰ্বাসিতৰ দৰে থাকিবলৈ ললে।

এই নিৰ্জন পৰিবেশত, জিৰণি লবলৈ বাধ্য হৈ, মেকিয়াভেলিয়ে তেওঁৰ প্ৰিয় ৰোমান বুৰঞ্জীবিদসকলৰ ৰচনাত আত্মনিয়োগ কৰিলে আৰু একে-লেঠাৰিয়ে ধৰি ১৫১৩ খৃষ্টাব্দৰ জুলাই আৰু ডিচেম্বৰৰ ভিতৰত তেওঁৰ প্ৰখ্যাত গ্ৰন্থ 'ডি প্ৰিঞ্চ' লিখি উলিয়ালে। ১৫২০ চনলৈ তেওঁ এইদৰে অকলশৰীয়া জীৱন যাপন কৰে, আৰু এই কালচোখৰতে তেওঁৰ আটাই-তকৈ উল্লেখযোগ্য ৰচনাবোৰ সম্পূৰ্ণ হয়। 'ডি প্ৰিঞ্চ'ৰ উপৰিও 'ডিচ্-কোৰ্ছেজ', আন বুৰঞ্জীমূলক নাইবা ৰাজনৈতিক কিতাপ, 'ডি আৰ্ট অভ ৱৰ' নামৰ কথোপকথনমূলক ৰচনা, আৰু ষোড়শ শতিকাত ৰচিত ইটালীয় ৰঙ্গনাটৰ ভিতৰত আটাইতকৈ শ্ৰেষ্ঠ 'মানড্ৰাগোলা' আদি ৰচনা ওলায়।

এই কৰ্ম্মবিহীন জীৱনে কিন্তু তেওঁক আমুৱালে, পুথিৰচনা তেওঁৰ মানত হ'ল ক্ষন্তেকৰ ব্যস্ততা। তেওঁৰ আকৌ সক্ৰিয় ৰাজনৈতিক জীৱনত

যোগ দিবলৈ মন গ'ল। সেই কাৰণে উপযুক্ত স্থায়ী বিষয় এখন পাবৰ উদ্দেশ্যে মেডিছি পৰিয়ালৰ মুৰিয়ালকেইজনৰ লগত সংযোগ থকাসকলক তেওঁ হাকুতিয়াবলৈ চেষ্টা কৰিলে।

বিশ্ববিদ্যালয়ে তেওঁক কিছু কাম দিলে, এই কামৰ ভিতৰত এক হ'ল ফ্লোৰেঞ্চ নগৰৰ ইতিহাস ৰচনা।

১৫২৫ খৃষ্টাব্দত বিদেশী আক্ৰমণৰ ধুমুহাই আকৌ আতঙ্ক দেখুৱালে। এইবেলি আতঙ্ক আহিল জাৰ্ম্মানি আৰু স্পেইনৰপৰা; আক্ৰমণৰ নেতৃত্ব কৰিলে স্পেইনৰ ৰজা আৰু জাৰ্ম্মানিৰ সম্রাট পঞ্চম চাৰ্লছে। ফ্লোৰেঞ্চৰ দুৰ্গ আদি সজা কাম আৰু প্ৰতিৰোধৰ ব্যৱস্থাৰ তদাৰক কৰাৰ ভাৰ পৰিল মেকিয়াভেলিৰ ওপৰত। বিশেষ আগ্ৰহেৰে তেওঁ নিজৰ দায়িত্ব বহন কৰিলে. কিন্তু ১৫২৭ খৃষ্টাব্দত ৰোম জাৰ্ম্মানিবিলাকৰ হাতলৈ গ'ল আৰু সিহঁতে নগৰ লুটপাট কৰিলে। ইটালীয় নগৰবিলাক বিনা বাধাই শত্ৰুৰ হাতত পৰিবলৈ ধৰিলে। ফ্লোৰেঞ্চে মেডিছিসকলক দ্বিতীয়বাৰলৈ বহিস্কাৰ কৰিলে, আকৌ গণতন্ত্ৰ স্থাপিত হ'ল। মেকিয়াভেলিয়ে ক্ষন্তেকলৈ পুৰ্ব্বৰ সচিব পদ পাব বুলি আশা পালিলে, কিন্তু মেডিছিসকলৰ লগত যোগ দিয়া বুলি তেওঁৰ বদনাম হ'ল আৰু তেওঁক একো বিষয় দিয়া নহ'ল। এমাহ পিছতেই, ১৫২৭ খৃষ্টাব্দৰ ২০ জুন তাৰিখে, তেওঁ ধৰাধাম ত্যাগ কৰিলে।

মেকিয়াভেলিৰ চিন্তাবিলাক কোনো ক্ৰম অনুসৰি গঢ় লোৱা নাছিল। তেওঁৰ ৰচিত বুৰঞ্জী আৰু ৰাজনীতিৰ কিতাপবিলাকত তেওঁৰ চিন্তা সিচৰ্ঁবিত হৈ আছে। তেওঁৰ ঘাই চিন্তা আৰু সিদ্ধান্ত অৱশ্যে এইবিলাকত একাধিকবাৰ পায় আৰু কিতাপবোৰ ঘাটিলে তাৰপৰা এক সুশৃঙ্খল দৰ্শন উলিয়াব পাৰি।

নীতিৰ লগত জাহ নোযোৱা সুকীয়া এক বুদ্ধিজাত ক্ৰিয়া—ৰাজনীতি-বিজ্ঞানৰ প্ৰতিস্থাতা বুলি মেকিয়াভেলিক পশ্চিমীয়া পণ্ডিতে আজিকালি সম্মান দেখুৱায়। মেকিয়াভেলিয়ে নিজেই তেওঁৰ চিন্তাৰ স্বকীয়তালৈ আঙুলিয়াই গৈছে। প্ৰাচীন ৰোম আৰু গ্ৰীচৰ ৰচনাই আদৰ্শ ৰাষ্ট্ৰ আৰু ৰাজ্যৰ কথা আলোচনা কৰি ৰাষ্ট্ৰ বা ৰাজ্যৰ লোকে কি দৰে বাস কৰে তাক নকৈ কিদৰে বাস কৰিব লাগে সেই কথাৰ আলোচনা কৰে. আনহাতে মেকিয়াভেলিয়ে দেখুৱাইছে যে তেওঁ আলোচনা কৰে বাস্তৱ আৰু বৰ্ত্তমানৰ সমস্যা। আমি উল্লেখ কৰিছোঁৱে যে পোনপতীয়া নাগৰিক আৰু ৰাজনৈতিক অভিজ্ঞতাৰ পৰাহে মেকিয়াভেলিৰ চিন্তাই গঢ় লৈছিল। ভেঁটি নোহোৱা তথ্য তেওঁ নিদিছিল; তেওঁৰ ৰচনাবোৰৰ উঁহ যদিও

আছিল সেই সময়ৰ খিয়লা-খিয়ালি নাইবা সাময়িক আলোচন-বিলোচন, তাৰ ভেঁটি আছিল মূল আৰু সুসংহত সিদ্ধান্ত। দেখাত যদিও তেওঁৰ যুক্তিৰ লগে লগে আছে সাময়িক উত্তেজনা, উত্তেজনাৰ লগে লগে গৈছে যুক্তি। তেওঁৰ যি দৃষ্টিভঙ্গী সি সেই সময়ৰ ভগবানৰ ভাব উলংঘা কৰা কিন্তু মানুহৰ ওপৰত সুদৃঢ়ভাবে কেন্দ্ৰীভূত দৰ্শনৰ সৈতে খোজ মিলাব পৰা। অৱশ্যে মানবে যে ক্ৰমে নিজক উন্নত কৰিব পাৰিব এনে সম্ভাৱনাৰ ভাব তাত দুষ্প্ৰাপ্য; মানুহ ঘাইকৈ একেদৰেই থাকে, একোৱে বলাৰ নোৱাৰা সহজাত প্ৰকৃতিৰ দাসহিচাবেহে থাকে।

এনে অপৰিবৰ্ত্তনীয় অৱস্থাৰ মাজতো অৱশ্যে মানুহৰ কাৰ্য্যকলাপ নিয়ন্ত্ৰিত কৰিব পাৰি। সেই কাৰণে, মানবৰ ওপৰত শাসনৰ দায়িত্ব লাভ কৰাজনে এই সূত্ৰবোৰ মানি চলিলে নিজৰ শক্তি স্থাপন কৰি তাক স্থায়ী আৰু কাৰ্য্যকৰী কৰিবলৈ সমৰ্থ হব পাৰে।

যদিও মেকিয়াভেলিৰ ৰচনাত মানবে উৎকৰ্ষ লাভ কৰিব নোৱাৰো—এই নৈৰাশ্যবাদী সিদ্ধান্ত ওলায়, তথাপি 'বীৰ্য্য'ৰ সম্ভাৱনা নাই বুলিব নোৱাৰি। মেকিয়াভেলিৰ মতে 'বীৰ্য্য' হৈছে বুদ্ধি আৰু উদ্যম, কোনো অৱস্থাৰ চৌপাশ নিৰীক্ষণ কৰি তাৰ সম্ভাৱনাবোৰ জুখিব পৰা ক্ষমতা, সেইদৰে জুখি ৰাষ্ট্ৰৰ প্ৰকৃত হিতৰ অৰ্থে খৰতকীয়াকৈ, একান্তমনে আৰু ইচ্ছা শক্তিৰ বলেৰে কাৰ্য্য কৰা।

ভাগ্য এই বীৰ্য্যবান পুৰুষৰ বিপক্ষে চলিব পাৰে, নাইবা ঘটনাৰ ক্ৰমে ব্যক্তিৰ ইচ্ছাৰ বাটত ভেটা দিব পাৰে। যিয়ে হাৰ মানে তেওঁ জয়লাভ নকৰে, জয়লাভ সেইজনৰ যিজনে ততালিকে সমুচিত ব্যৱস্থা লব পাৰে। এই বীৰ্য্যৰ তথ্য—এক উচ্চখাপৰ শক্তিশালী বুদ্ধি বা মেধাৰ তথ্য—সেই সময়ৰ প্ৰচলিত ধৰ্ম্মনীতিৰ বিৰুদ্ধে গৈছিল। কিয়নো এই অনুসৰি ৰাজনৈতিক পুৰুষৰ বীৰ্য্য আৰু সৎ লোকৰ বীৰ্য্য একে নহব পাৰে।

যি ঘটনাৰ পাকচক্ৰৰ ওপৰত ব্যক্তিৰ ইচ্ছা নচলে, সেই পাকচক্ৰ আগৰ শতিকাবোৰত মানুহে ঐশী বিচাৰ নাইবা ভগবানৰ ব্যৱস্থা বুলি মানি লৈছিল. মেকিয়াভেলিৰ দৰ্শনত এতিয়া খৃষ্ট ধৰ্ম্মৰ আবিৰ্ভাবৰ পূৰ্বে ইউৰোপৰ লোকে ইয়াক যি ধৰণে ব্যাখ্যা কৰিছিল সেইধৰণে ব্যাখ্যা কৰা হ'ল. ই দৈৱ বা অদৃষ্ট বুলি স্বীকৃত হ'ল আৰু ইয়াৰ স্বৰূপ হ'ল—ধ্বংসকাৰী. অন্ধ আৰু অতি নিষ্ঠুৰ।

ফ্লোৰেন্স নগৰৰ চিন্তাবীৰজনে এইদৰে প্ৰচলিত ধৰ্ম্মমত উলংঘা কৰিলেও তেওঁ তাৰ সলনি নতুন একো সিদ্ধান্ত দিব নোৱাৰিলে। নীতিগত সমস্যা যেন তেওঁ লক্ষ্যই নকৰিলে। মেকিয়াভেলিৰ ৰচনাত শিক্ষণীয়

কথা যে সমূলি নাই এনে নহয়। এওঁ কয় যে ব্যক্তিৰ সকীয়া হেঁপাহ সমূহৰ হিতৰ অৰ্থে আৱশ্যক হলে ত্যাগ কৰিব লাগে। অদৃষ্টৰ আক্রোহ ওফৰাই পেলাবৰ উদ্দেশ্যেই সমাজ বা ৰাষ্ট্ৰ গঢ়ি উঠিছে। ব্যক্তিৰ কাৰ্য্য ৰাষ্ট্ৰৰ প্ৰয়োজনৰ বিপৰীতে যোৱা উচিত নহয়। ৰাষ্ট্ৰৰ প্ৰয়োজনৰ সমুখত—এক ওখখাপৰ দায়িত্বৰ সমুখত—ব্যক্তিৰ অহংও বাট এৰি দিব লাগে।

মেকিয়াভেলিৰ চিন্তা আৰু শিক্ষাৰ সাৰাংশ এইয়ে। এওঁৰ নিশ্চিত নৈৰাশ্যবাদত এটি নিৰানন্দৰ লক্ষণ আছে আৰু এই লক্ষণ নম্ৰতা বুলিহে ধৰিব পাৰি। তেওঁৰ মানবিকতাৰে ই সংকেত দিয়ে। তেওঁৰ ৰচনাত যি এক তিক্ত আৰু গভীৰ কাব্যিক লক্ষণ ফুটি ওলায় তাৰো ইয়ে উ'হ।

এতিয়া তেওঁৰ সমসাময়িক লোক আৰু পিচৰ লোকে তেওঁক কি দৰে গ্ৰহণ কৰিছে তাকে লক্ষ্য কৰা যাওক। কৈ যোৱা যুগুত যে মেকিয়া-ভেলিৰ ৰচনা পঢ়িলে পাঠক এক বিশেষ পক্ষ লবলৈ বাধ্য হয়—তেওঁৰ সপক্ষেই নাইবা বিপক্ষেই।

তেওঁৰ ৰচনাবিলাক ওলাবৰ সময়ত কেথলিক পন্থাই নীতিগত আৰু ধৰ্ম্মগত আচাৰ-ব্যৱহাৰ পুনৰ প্ৰতিস্থাপন কৰিবলৈ বিশেষ প্ৰচেষ্টা লৈছে। খৃষ্টিয়ান ধৰ্ম্মৰ আত্মিক ঐশ্বৰ্য্যৰ যত্ন নোলোৱা হেতু সেই সময়ত এই ধৰ্ম্মৰ নীতিগত আৰু ধৰ্ম্মগত আচাৰ-ব্যৱহাৰ অতি তললৈ নামিছিল। এই কাৰণেই দেখা যায় যে সেই সময়ত মেকিয়াভেলিৰ ওপৰত বিশেষ যি কিবা লিখা হৈছিল সি নিৰপেক্ষ হব নোৱাৰিছিল, সি আছিল কোবাল আৰু ক্ষতিকৰ প্ৰতিক্ৰিয়া। নিজৰ ধৰ্ম্ম আৰু শিক্ষাৰ ভেটিত আক্ৰমণ পৰা বুলি যিসকলে ভাবিছিল সেইসকলেই মেকিয়াভেলিৰ ৰচনাৰ ওপৰত সমালোচনা লিখিছিল।

তেওঁৰ চিন্তা এনে বৈপ্লবিক আছিল যে যিসকলে তেওঁক সমাদৰ কৰিব খুজিছিল সেইসকলেও তেওঁৰ ব্যাখ্যাবিলাক তেনেই পনীয়া কৰি লৈহে গ্ৰহণ কৰিছিল। এই কাৰণেই 'ৰজা' কিতাপখন এওঁলোকে ৰূপকাহিচাবে ধৰি লৈ অদ্ভুতভাবে ব্যাখ্যা কৰিলে। এওঁলোকে অৰ্থ কৰিলে যে কু দিহা কেতবোৰ লৈ যাতে অত্যাচাৰী শাসনকৰ্ত্তা সোনকালে ধ্বংসৰ গৰাহত পৰে, সেই উদ্দেশ্যেতহে মেকিয়াভেলিয়ে কিতাপখন ৰচিলে। কেথলিক ধৰ্ম্মৰ প্ৰতিক্ৰিয়া ইমান প্ৰৱল হল যে ১৫৫৯ খৃষ্টাব্দলৈ এই পঞ্চাশবছৰ কিতাপখন ছপা হৈয়ে নোলাল; ৰচনাখনৰ শিক্ষাৰ প্ৰভাৱ কিন্তু একোৱে ৰোধ কৰিব নোৱাৰিলে।

কথা হ'ল এইয়ে যে কেথলিকসকলে নিজেই ধৰ্ম্মদ্ৰোহীক নাইবা

পোপৰ বিৰুদ্ধে যোৱাজনক আঁতৰাবলৈ হলে মেকিয়াভেলিৰ দিহা চোৰাংকৈ প্ৰয়োগ কৰিবলৈ ধৰিলে।

চবকাৰী প্ৰতিক্ৰিয়াৰ সৃষ্টি ইটালিত নহল, হ'ল ফ্ৰান্স আৰু ইংলণ্ডত; ইয়াৰ কাৰণ পোপসকলে ব্যৱহাৰিক ৰাজনীতিত প্ৰয়োগ কৰা প্ৰক্ৰিয়াৰ প্ৰতি যি বিতৃষ্ণা উপজিল সেইয়ে। এই দেশবোৰত পোপসকলে মেকিয়াভেলিৰ শিক্ষাকে অনুসৰণ কৰা বুলি তেওঁলোকৰ কাৰ্য্যত দেখিবলৈ পোৱা 'বিশ্বাসঘাতকতা' আৰু 'মেকিয়াভেলীয় নীতি' দুযোৰে একে অৰ্থ কৰা হ'ল।

সপ্তদশ শতিকাতো মেকিয়াভেলিৰ শিক্ষা বুজিব পৰা নগল বুলি কলে ভুল নহয়। তেতিয়াও সৰহ লোকে মেকিয়াভেলিৰ বদনাম গাইছে, এমুঠিয়েহে মাথোন তেওঁক সমাদৰ জনাইছে। এই সমাদৰ জনোৱাবিলাকৰ ভিতৰত অৱশ্যে আছিল দুই এজন তীক্ষ্ণধী লোক। মেকিয়াভেলিয়ে বাস্তৱ যিদৰে আবিস্কাৰ কৰিছিল তাৰ অস্তিবাচক মূল্যাংকন ক'ৰে ইংলণ্ডৰ দাৰ্শনিক ফ্ৰান্সিছ বেকনে। ফ্ৰান্সৰ দাৰ্শনিক আৰু গণিতজ্ঞ ডেকাৰ্টেই নীতিগত সমস্যা আওকান কৰি যি আৱশ্যকীয় তাকে গ্ৰহণ কৰা ৰাজনৈতিক পন্থা মানি ললে।

শেহত মেকিয়াভেলিৰ শিক্ষাৰ পৰীক্ষা ধীৰভাৱে কিন্তু খৰাচি মাৰি কৰা হল এইদৰে- স্বক্ৰিয় বুলি ধৰি লোৱা ৰাজনৈতিক ঘটনাৱলী আৰু নীতিগত ব্যৱহাৰ বা কৰ্ম্ম, এই দুইৰ মাজত তেওঁ কি সম্বন্ধ স্থাপন কৰাৰ দিহা দিছে? এই সমস্যাত অৱশ্যে মেকিয়াভেলিয়ে নিজে নজৰ দিয়া নাছিল।

অষ্টাদশ শতিকাৰ দ্বিতীয়াৰ্দ্ধৰ পৰা মেকিয়াভেলিৰ শিক্ষাৰ নতুন মূল্যাংকন হয়। এই সময়ত ইউৰোপত ৰাষ্ট্ৰীয় শাসনৰ স্বৰূপ সলনি হ'ল। উদাৰ আৰু গণতান্ত্ৰিক মনোবৃত্তিৰ বীজ এই সময়তে গজিবলৈ আৰম্ভ কৰে আৰু লগে লগে মেকিয়াভেলিৰ চিন্তাৰো নতুন মূল্যাংকনৰ প্ৰয়োজন হয়।

অৱশ্যে যি সিদ্ধান্ত দিয়া হ'ল সি আছিল দলীয় স্বাৰ্থৰে সিক্ত আৰু নিৰপেক্ষভাৱে বিশ্লেষণ কৰিবলৈ অসমৰ্চল। তেওঁৰ শিক্ষা সমসাময়িক ঘটনাৰ ক্ষেত্ৰত খাপ খুৱাবৰ এটি চেষ্টা দেখা গ'ল। এই কাৰণেই ধৰি লব পাৰি যে মেকিয়াভেলিৰ সমালোচনাৰ বুৰঞ্জী যি সমাজে সেই সমালোচনা কৰিবৰ খোজে সেই সমাজৰে বুৰঞ্জী হৈ পৰেগৈ।

এই কথা ইটালিৰ ক্ষেত্ৰত বিশেষকৈ খাটে। ইটালিত তেওঁৰ সহবাসীসকলে ইটালীয় জাতিৰ নৱজন্মৰ ক্ষণত তেওঁক এক ভৱিষ্যত বক্তাৰূপে দেখিবলৈ হাবিয়াহ কৰিলে। যোৱা শতিকাৰ আদিভাগত কেনেকৈ আন

জাতিৰ পৰা নিজৰ হেৰোৱা ৰাজনৈতিক স্বাধীনতা ওভটাই আনিব পাৰি তাৰ চেষ্টাতে তেওঁলোক ব্যস্ত আছিল। তেওঁলোকৰ বিবেচনাত এই জাতীয় স্বাধীনতাৰ লুপ্তিত মেকিয়াভেলি নিজেও ক্ষতিগ্রস্ত হৈছিল। মেকিয়াভেলিৰ ৰচনাত তেওঁলোকে নাগৰিক স্বত্বৰ পুনৰ-প্রতিস্থাপনৰ কাৰণে কৰা তীব্ৰ আবেদন লক্ষ্য কৰিলে। এই ব্যাখ্যা নিশ্চয় সেই সময়ৰ নিৰ্দ্দেশ অনুসৰি কৰা, কিয়নো ঊনবিংশ শতিকাৰ যুদ্ধবিগ্রহৰ মাজেদি মূৰ দাঙি উঠা নতুন ইটালীয় ৰাষ্ট্ৰৰ তিনি শতিকাৰ আগৰ মেকিয়া-ভেলিয়ে বৰ্ণনা কৰা নগৰ-ৰাষ্ট্ৰৰ সৈতে নিচেই কম সম্বন্ধ।

মেকিয়াভেলিৰ চিন্তাৰ বৈজ্ঞানিক মূল্য ঘোষণা কৰি তেওঁৰ ৰচনাৰ সাগ্রহ মূল্যাঙ্কনৰ প্ৰেৰণা দিয়া প্রথম লোক ফ্ৰাঞ্চেচ্‌কো যে চাঙ্ক্‌টিছ। ইটালীয় সাহিত্যৰ আটাইতকৈ সক্ষম সমালোচক বুলি ডে চাঙ্ক্‌টিছক স্বীকাৰ কৰা হয়, আৰু এওঁৰ বিচাৰৰ সমাদৰ এতিয়াও আছে। নিজৰ নীতি অনুসৰি মেকিয়াভেলিৰ ৰচনা বিশ্লেষণ কৰি তেওঁ এইবিলাক মেকিয়াভেলি যি সময়ত আছিল সেই সময়ৰ ঘটনাবলীৰ পটভূমি বুলি ব্যাখ্যা কৰি দেখুৱাইছে। মেকিয়াভেলিৰ ৰচনাত ডে চাঙ্ক্‌টিছে আধু-নিক সংস্কৃতিৰ মূল্যবান সমল লক্ষ্য কৰিছে, কিয়নো মেকিয়াভেলিয়ে আমাক প্ৰেৰণা দিয়ে "এই পাৰ্থিৱ জীৱনত আকৌ আস্থা স্থাপন কৰিবলৈ, জীৱনক উদ্দেশ্য এটি দিবলৈ, দায়িত্ববোধ পুনৰায়ত্ব কৰিবলৈ, আভ্যন্ত-ৰীণ শক্তি পুনৰুদ্ধাৰ কৰিবলৈ, মানুহক গভীৰতা দান দি নিজৰ কৰ্ম্মত স্থাপন কৰিবলৈ।"

সংসাৰখন আমি যিদৰে তৈয়াৰ কৰোঁ সেইদৰেই গঢ়িত হয় আৰু যে আমাৰ প্ৰত্যেকেই নিজে নিজৰ ক্ষেত্ৰ, নিজে নিজৰ শক্তি, মেকিয়াভেলিৰ এই ভাব ডে চাঙ্ক্‌টিছে পুনৰুদ্ধাৰ কৰিছে। পিচৰ সকলো সমালোচনা —ইটালীয় সমালোচনাই নহয়, আন সমালোচনাও—ডে চাঙ্ক্‌টিছৰ আৰ্হিকে অনুসৰণ কৰা।

কিতাপখন Peter Rodd অব ইংৰাজী অনুবাদ আৰু Luigi Ricciৰ সংশোধিত ইংৰাজী অনুবাদৰ সহায়ত যুগুত কৰা হল।—অনুবাদক

# উছর্গা

## মহাশয় লোৰেঞ্জো ডে মেডিচিলৈ

যিসকল ৰজাৰ আস্থাভাজন হব খোজে তেওঁলোকে নিজে মূল্যৱান বুলি ঠাৱৰ কৰা সামগ্ৰীৰে নাইবা তেওঁ যিহত তৃপ্তি পায় তাৰে তেওঁক যোগান ধৰে। সেই কাৰণেই দেখিবলৈ পোৱা যায় ৰজাক উপহাৰ দিয়া হয় ঘোঁৰা, বৰ্ম, সোণৰ কাপোৰ, অলংকাৰ আদি তেওঁলোকৰ যোগ্য ভূষণ। এতিয়া মই ডাঙৰীয়াক ওলগ জনাবলৈ হেঁপাহ কৰি আৰু ডাঙৰীয়াৰ প্ৰতি আনুগত্য দেখুৱাব খুজি, ৰাজনৈতিক ঘটনা আৰু বুৰঞ্জী অধ্যয়নৰ দীঘলীয়া অভিজ্ঞতাৰপৰা যি বুজিছোঁ—মহৎ লোকৰ কাৰ্য্যাৱলীৰ উপলব্ধিৰ বাহিৰে মোৰ আৰু একো মূল্যবান সম্পত্তি নাই। এই উপলব্ধি অতি একাগ্ৰতাৰে পৰীক্ষা কৰি সৰু কিতাপ এখনিত ঠাই দিছোঁ আৰু এইখনিকে মই ডাঙৰীয়ালৈ আগ বঢ়ালোঁ। এই কিতাপখনি ডাঙৰীয়াৰ দৃষ্টিৰ অযোগ্য হলেও, মোৰ দৃঢ় বিশ্বাস ডাঙৰীয়াই ইয়াক ঘিণ নকৰে, কিয়নো মোৰ জীৱনৰ বহু বছৰৰ অপায়-অমঙ্গল বিপদ-আপদৰ মাজত যি শিক্ষালাভ কৰিছোঁ তাকে এঘণ্টা বা দুঘণ্টাৰ পাঠ্যৰূপে সংক্ষিপ্ত কৰি মোৰ মেধাৰ যি উপহাৰ আগ বঢ়াইছোঁ তাতকৈ ডাঙৰ আন একো উছৰ্গা মোৰ আয়ত্তত নাই। কিতাপখন মই অযথা বহলোৱা নাই, ইয়াক ৰঙীন ভাষা আৰু পাণ্ডিতীয়া ঠাঁচেৰে শকত কৰিবলৈ চেষ্টা কৰা নাই; আন বহুতে কৰা দৰে মই সঁচাক মিছা মিছাক সঁচা কৰি বৰ্ণনাত ৰহণ দিবলৈ যোৱা নাই, কিয়নো মোৰ ভাব এয়ে যে বিষয়বস্তুৰ গঢ় আৰু আৱশ্যকতাৰ ওপৰত যদি ইয়াৰ মূল্যাঙ্কন নহয়, তেনেহলে আন কোনো কাৰণতে ইয়াৰ সুখ্যাতি থাকিব নোৱাৰে। মই এনেকৈ ধৰি লোৱাটোও বাঞ্ছা নকৰোঁ যে মোৰ নিচিনা ইতৰজনৰ এজনে ৰজাৰ আচৰণ কি ধৰণৰ হোৱা যুগুত তাৰ বিশ্লেষণ কৰি আৰু নিৰ্দেশ দি আস্পৰ্দ্ধাৰ চিন দেখুৱাইছে। বহল দৃশ্যৰ ছবি আকোঁতা শিল্পীয়ে যেনেকৈ পৰ্বত আৰু ওখ ঠাইৰ প্ৰকৃতি ভৈয়ামৰপৰা পৰ্য্যবেক্ষণ কৰি লৈ পিচত পাহাৰৰ ওপৰত থিয় হৈ নামনিৰ পথাৰখন লক্ষ্য কৰে, সেইদৰে ৰজায়ো জানিব লাগে ৰাইজৰ আৰু ৰজাৰ প্ৰকৃতি অধ্যয়ন কৰিব খোজা ৰাইজৰে এজনৰ চৰিত্ৰ।

সেই কাৰণেই ডাঙৰীয়াই যেন এই নিঃকিন উপহাৰ যি ভাবত আগ বঢ়োৱা হৈছে সেই ভাবতে গ্ৰহণ কৰে। কিতাপখন যদি মনোযোগেৰে পঢ়ে তেতিয়া তাত ফুটি ওলাব মোৰ অন্তৰৰ হে'পাহ—যাতে দৈৱ আৰু ব্যক্তিগত গুণাৱলীয়ে যি মহত্ব স'কিয়াইছে সেই মহত্ব আপোনাত আৰোপিত হয়। ডাঙৰীয়াৰ উচ্চ আসনৰ পৰা ডাঙৰীয়াই যদি কেতিয়াবা এই অকিঞ্চনৰ দুৰ্দশালৈ দৃষ্টিপাত কৰে, তেতিয়া ডাঙৰীয়াই বুজি পাব কি বিনা হেতুত মই ভাগ্যৰ তাড়না ভোগ কৰিব লাগিছোঁ।

১

# একচ্ছত্ৰী শাসনতন্ত্ৰৰ শ্ৰেণী-বিভাগ আৰু মূল

মানুহৰ শাসনৰ অৰ্থে চলা সকলো প্ৰকাৰৰ ৰাজনীতি আৰু সংবিধান দুই প্ৰকাৰৰ — হয় একচ্ছত্ৰী, নহয় গণতান্ত্ৰিক। একচ্ছত্ৰী সংবিধান বংশানুগত হব পাৰে আৰু কেইপুৰুষমান বৰ্ত্তমান শাসনকৰ্ত্তাসকলৰ পৰিয়ালতে আৱদ্ধ থাকিব পাৰে, নাইবা তেওঁলোকৰ দ্বাৰা ন-কৈ স্থাপিত হব পাৰে। ন-কৈ স্থাপিতবিলাক একেবেলিয়ে নতুন হব পাৰে, যেনে মিলানৰ ফ্ৰান্‌চেস্কোৰ শাসন, নাইবা সি পুৰুষানুক্ৰমিকভাবে চলা শাসন-কৰ্ত্তাৰ ৰাজ্যৰ লগত যোগ কৰা অংশ হব পাৰে; স্পেইনৰ ৰাজমুকুটৰ অধীনলৈ অনা নেপ্‌লছ ৰাজ্য এই ধৰণৰ আছিল। আনৰ লগত যোগ হোৱাৰ আগেয়ে এই অঞ্চলবিলাক একতন্ত্ৰী শাসনৰ তলত থকা হব পাৰে, নাইবা গণতান্ত্ৰিক হবও পাৰে; আৰু পৰাজয়, তৃতীয় দলৰ লগত ওপজা যুদ্ধ, ঐতিহাসিক দুৰ্ঘটনা, নাইবা নিষ্ঠুৰ আৰু নেৰানেপেৰা চল-চাতুৰিৰ ফলতে এই অঞ্চলবিলাক আন ৰাজ্যৰ লগত সাঙোৰ খাব পাৰে।

২

# বংশানুক্ৰমিক শাসন

এই প্ৰবন্ধত গণতন্ত্ৰৰ আলোচনা অকণো নকৰোঁ, কিয়নো এই বিষয়ে যথেষ্ট বহলাই আন এখন কিতাপত আলোচনা কৰিছোঁ। একচ্ছত্ৰী শাসন আৰু ওপৰৰ অধ্যায়ত যি শ্ৰেণীবিভাগ দিয়া হৈছে আৰু এই শাসনৰ পৰিচালনা আৰু সংৰক্ষণ কেনেদৰে হয় সেই বিষয়েহে মই ইয়াত কব খুজিছোঁ। দেখিবলৈ পোৱা যায় যে নতুনকৈ স্থাপিত একতন্ত্ৰী শাসনতকৈ বংশানুক্ৰমিক ভাবে চলা একতন্ত্ৰী শাসন বৰ্ত্তাই ৰাখিবলৈ উজু। মাথোন পৰম্পৰাৰ লগত সম্বন্ধ নিছিঙিলে আৰু সুযোগ বুজি ব্যৱস্থা কৰিব জানিলেই হ'ল। মজলীয়া ধৰণৰ বুদ্ধিৰ শাসনকৰ্ত্তায়ো সাধাৰণতে সিংহাসনখন খামোচ মাৰি ধৰি ৰাখিব পাৰে — যদিহে বাহিৰৰ কিবা প্ৰবল শক্তিয়ে তেওঁক ওফৰাই নপঠিয়ায়; আৰু তেওঁক স্থানচ্যুত কৰিলেও বহিৰাগত বিজয়ীজনৰ অকণমান পৰাজয় হলেই তেওঁ আকৌ নিজৰ স্থান লাভ কৰিবলৈ সমৰ্থ হয়।

আমাৰ ইটালিত ফেৰাৰাৰ ডিউকসকল এই মন্তব্যৰ সাক্ষ্য। তেওঁলোক ভেনিছবাসীৰ হাতত ১৪৮৪ খৃষ্টাব্দত আৰু পোপ দ্বিতীয় জুলিয়াছৰ হাতত ১৫১০ খৃষ্টাব্দত পৰাজিত হয়। এই পৰাজয়ৰ হেতু ৰাজবংশৰ অসাৰ্থকতা বুলি কব নোৱাৰি, কিয়নো এই বংশই আকৌ নিজৰ ৰাজ্য উদ্ধাৰ কৰি লৈছে। স্বদেশী শাসনকৰ্ত্তাৰ সমাদৰ বহিৰাগত শাসনকৰ্ত্তাতকৈ নিশ্চয় বেছি, কাৰণ ৰাইজক চেপি ধৰিবলৈ স্বদেশীৰ হেঁপাহ নাইবা সুযোগ কম। অতিকৈ চকুত পৰা ত্ৰুটীয়েহে তেওঁৰ প্ৰতি থকা ৰাইজৰ সমৰ্থন দ্বেষলৈ পৰিবৰ্ত্তিত কৰিব পাৰে। বহুদিনীয়া চলন্তি আৰু পুৰণিকলীয়া গঢ়ে ন নীতিৰ প্ৰৱৰ্ত্তন হলে তাৰ চোক কমায় আৰু যি উদ্দেশ্যেৰে সেই নীতি সুমুওৱা হয় তাৰ ওপৰত আঁৰ কাপোৰ তৰি দিয়ে; আনহাতে আকস্মিকভাবে প্ৰৱৰ্ত্তিত কৰা প্ৰতি নতুন ব্যৱস্থাই আৰু অন্য ব্যৱস্থাৰ বাট মুকলি কৰে।

# ৩

## প্ৰতিস্থাপিত বংশৰ নতুনকৈ সংগৃহীত ৰাজ্য

নতুনকৈ স্থাপিত একচ্ছত্ৰী শাসনৰ বাঁটত হেঙাৰ বহুতো। সম্প্ৰতি মিশ্ৰিত একতন্ত্ৰৰ কথাকে কওঁ। প্ৰতিস্থাপিত বংশই নতুনকৈ ৰাজ্য এখন যোগ কৰি ললে এনে শাসনৰ চানেকি দেখা যায়। এই শাসনৰ আৰু নতুনকৈ প্ৰৱৰ্ত্তিত সকলো একতন্ত্ৰী শাসনৰ ক্ষেত্ৰতে দেখা যায় যে মানুহে স্বাভাৱিকতে শাসনকৰ্ত্তাৰ সলনিৰ ওপৰত বহুতো ভৰসা ৰাখে; আৰু এই সলনিৰ কাৰণে যুদ্ধ কৰিবলৈকেও আগ বাঢ়ে। পিচে অনতিপলমে মানুহে চৰু আৰু আখাৰ ভিতৰত কোনটো বেছি আৰামদায়ক সেই সম্বন্ধেও জ্ঞানলাভ কৰে। নৈৰাশ্যৰ হেতু অৱশ্যে যি বিপ্লৱে আশাৰ সঞ্চাৰ কৰিছিল সেই বিপ্লৱতে নিহিত থাকে। ন-কৈ সোমোৱা শাসনকৰ্ত্তাই সৈন্যৰ শিবিৰ আৰু এশ এটা পীড়াদায়ক বোজা জাপি নিদিয়াকৈ নিৰাপদ বোধ নকৰে। ফলত বিজয়ৰপৰা আশানুৰূপ লাভ নোহোৱা কাৰণে বিজিত লোকৰপৰা শত্ৰুতা আৰু সৈন্যৰ মাজত অসন্তুষ্টি লক্ষ্য কৰা যায়। যিসকলৰ সহায়ত বিজয় সম্ভৱ হৈছিল সেইসকলৰ কাৰ্য্যকলাপ নিৰোধ কৰা সম্ভৱ নহয় আৰু আনহাতে শাসনৰ বান্ধ কটকটীয়া হলেও বিজিত-সকলৰপৰা কিছু সমৰ্থন নাপালে তেওঁলোকৰ শাসনত শৃঙ্খলা নাহে।

এই কাৰণতে মিলান অধিকাৰ কৰাৰ পিচতে ফ্ৰান্সৰ দ্বাদশ লুইক লোকে বিতাড়িত কৰিছিল আৰু কৰিছিল লুডোভিক স্ফোৰ্জাৰ নিজ সৈন্যই। কাৰণ যিবিলাক লোকে এই নতুন শাসনকৰ্ত্তালৈ দুৱাৰ মুকলি কৰি দিছিল সেইবিলাকেই নিজৰ ভুল বুজি পালে আৰু আশানুৰূপ ফল লাভ কৰিব নোৱাৰি এই শাসন অসহ্য অনুভৱ কৰিলে।

এইটোও নিশ্চিত যে জাতীয়তাবাদী জাগৰণৰ পিচত দ্বিতীয়বাৰ বিজয় সংঘটিত হলে সেই বিজয় বৰ্ত্তাই ৰাখিবলৈ উজু। বিপ্লৱৰ পিচত স্বদেশী শাসনকৰ্ত্তা গাদীত বহি ললে তেওঁ শত্ৰুপক্ষীয় দেশদ্ৰোহী লোকক কঠোৰ শাস্তি বিহে, ব্যক্তিগত নথি-পত্ৰ খুচৰি খুচৰি চায়, আৰু শাসনৰ গাঁঠনিৰ দুৰ্বল আলম্বনবিলাক সুদৃঢ় কৰে। সেই কাৰণেহে প্ৰথমবাৰ সীমান্তত লুডোভিকে সেনাদল হাজিৰ কৰাৰ লগে লগে ফ্ৰান্সৰ ৰজা মিলানত তিষ্ঠা টান হৈ পৰিল, কিন্তু দ্বিতীয়বেলি এওঁক আঁতৰাবলৈ বিৰাট সমৰসজ্জাৰ

প্ৰয়োজন হ'ল। তথাপি কথা হ'ল, দুয়োবেলিয়ে লুডোভিকে নিজৰ বিজয় বৰ্ত্তাই ৰাখিব নোৱাৰিলে।

কি কি অৱস্থাত প্ৰথম বিজয় সংঘটিত হৈছিল কোৱা হৈছে। এতিয়া আমি দ্বিতীয় বিজয়ৰ কথা—ফ্ৰান্সৰ ৰজাই কি কি ব্যৱস্থা লব পাৰিলে-হে'তেন নাইবা সেই বিজয় সুসংবদ্ধ কৰোঁতে আন এজনে কি কি ভুল নকৰিলেহে'তেন—এইবিলাক পৰ্য্যালোচনা কৰোঁ। বংশানুক্ৰমে লাভ কৰা ৰাজ্যত নতুন ৰাজ্য যোগ কৰিলে দুয়োৰে মাজত আঞ্চলিক আৰু ভাষাগত সম্বন্ধ থাকিব পাৰে, নাথাকিবও পাৰে। এনে সম্বন্ধ থাকিলে যদিহে নতুন ৰাজ্যখনত আগেয়ে একতন্ত্ৰী শাসন আছিল তেনেহলে তাক হজম কৰা সহজ হয়। তেনে ৰাজ্যত থকা আগৰ ৰাজবংশ ধ্বংস কৰিব পাৰিলে নতুন শাসনকৰ্ত্তাৰ নিৰাপত্তা বৃদ্ধি পায়। আনহাতে ৰাইজে যদি জীৱন নিৰ্বাহত বিশেষ একো পৰিবৰ্ত্তন বোধ নকৰে, তেনেহলে তেওঁলোকে ন প্ৰজাহিচাবে শান্তভাবেই চলে।

এই মন্তব্যৰ সাক্ষী দেখিছোঁ বাৰ্গাণ্ডি, বৃটেনি, গেছ্‌কনি আৰু নৰ্মাণ্ডিৰ ক্ষেত্ৰত — এইবিলাক বহুদিন ফ্ৰান্সত লগ লাগি আছে। ভাষাৰ ক্ষেত্ৰত কিছু পাৰ্থক্য থাকিলেও এই ৰাজ্যবিলাকৰ আচাৰ-ব্যৱহাৰত সাদৃশ্য ইমান যে তাত বিৰোধ দেখা নাযায়। এনে ক্ষেত্ৰ লাভ কৰি ৰাখিব পৰা হবলৈ শাসনকৰ্ত্তাজনে দুটি কথালৈ লক্ষ্য ৰাখিব লাগে — প্ৰথম, থলুৱা শাসক-গোষ্ঠীৰ ধ্বংস সাধন; দ্বিতীয়, তাৰ আইন আৰু আৰ্থিক ব্যৱস্থাত হাত নিদিয়াটো। এইবিলাক চম্ভালিব পাৰিলে নতুন ৰাজ্যবিলাক নিজৰ ৰাজ্যৰ লগত সোনকালে জাহ যাব।

ভিন্ন ভাষা, আচাৰ আৰু সমাজ-ব্যৱস্থা মানি চলা লোকৰ ওপৰত কৰ্তৃত্ব বঢ়োৱা শাসকৰ সমুখত আন আন অন্তৰায় থাকে, আৰু এইবিলাক আতৰাবলৈ তেওঁৰ সামৰ্থ্য আৰু ৰাজনীতিকুশলতাত যথেষ্ট টান পৰে। ঠাইলৈ গৈ তেওঁ নিজে তদাৰক কৰিব লাগে। এনে কৰিলে তেওঁৰ শাসন সুদৃঢ় হয়। বাইজেনটাইন সাম্ৰাজ্যত অটোমান বা টাৰ্কসকলে ইয়াকে কৰিছিল। গ্ৰেন্ড টাৰ্কে তেওঁৰ বিজিত ৰাজ্যৰ শাসনৰ অৰ্থে যিবোৰ নিয়ম ঘোষণা কৰিছিল সেইবোৰ একহিচাবে আছিল বঢ়িয়া। কিন্তু তেওঁ বাই-জেণ্টিয়াম আয়ত্তত ৰাখিব নোৱাৰিলেহেতেন যদিহে তাত নিজৰ ৰাজধানী স্থাপন নকৰিলেহেতেন।

থলত থকা শাসকে বিপ্লৱৰ ততালিকে কণ মাৰিব পাৰে। উৰা বাতৰি বিয়পাৰ লগে লগে আহুকাল বৃদ্ধি পায় আৰু তাৰ দৰৱ নিৰ্ণয় হলেও সেই দৰৱ প্ৰয়োগ কৰোঁতে বেলিয়ে হয়। ঠাইত থাকিলে ৰাইজৰ আবেদন-

নিবেদন নিজ হাতে লব পাৰে কাৰণে আমোলাসকলৰ শোষণ ততালিকে আৰম্ভ কৰব পাৰি। এনে আচৰণে নৰমসকলৰ মাজত তেওঁক প্ৰিয় কৰে, আৰু তেওঁৰ বিপক্ষীসকলো দমিত হয়। যিয়ে বাহিৰৰপৰা এনে ৰাজ্য আক্ৰমণ কৰে তেওঁ অতি সতৰ্কভাবে কৰিবলগীয়া হয়, কিয়নো শাসন-কৰ্ত্তা ঠাইতে থাকে কাৰণে তেওঁ সকলো কথাৰে উমান পায়।

শাসকে আৰু এক উত্তম নীতি অনুসৰণ কৰিব পাৰে। তেওঁ বিজিত ৰাজ্যত তেওঁৰ বিশ্বাসী লোকেৰে উপনিবেশ স্থাপন কৰাব পাৰে। এওঁ-লোকে ৰাজধানীৰ লগত সংযোগ ৰখাৰ উপৰিও আঁতৰত সৈন্যৰ শিবিৰ-হিচাবে কাম চলায় আৰু এনে কৰিলে ধনৰ খৰচো কম হয়। এওঁলোকে সাহায্য বিচাৰিব পাৰে, কিন্তু সাহায্য নাপালেও নাইবা নিচেই কমকৈ পালেও অবিশ্বাসী কাৰ্য্যত হাত নিদিয়ে। যিবিলাক স্থানীয় লোকক গৃহহীন বা ভূমিচ্যুত কৰি উপনিৱেশ বহুৱা হয় সেইসকলৰ সংখ্যা তাকৰ। সিহঁতৰ দুৰৱস্থা আৰু থান-থিত নোহোৱা অৱস্থাই ৰাজ-অধিকাৰৰ একো অনিষ্ট সাধিব নোৱাৰে। যিবিলাক লোকক মাটিৰপৰা তুলি দিয়া নহয় সিহঁতে কপাল ভাল বুলি মনে মনে থাকে। চমুকৈ কবলৈ হলে, উপনিবেশ সস্তা আৰু নিৰ্ভৰযোগ্য আৰু এই ব্যৱস্থাৰ চেপাত পৰাসকল দৰিদ্ৰ আৰু ভূমিচ্যুত।

এই প্ৰসঙ্গত উল্লেখ কৰা যুগুত যে মানুহক দৰ্কাৰ হলে ফুচুলাব নাইবা বন্দী কৰি থবও লাগিব। সৰু-সুৰা অন্যায়তে সিহঁতে জেদ ৰাখিব। গভীৰ আঘাতে আঘাতপ্ৰাপ্তজনক ভাঙে, লগতে তাৰ জেদো ভাঙে। আঘাত কৰিবলগীয়া হলে ভালকৈয়ে কৰিব লাগিব, যাতে তাৰপৰা প্ৰতিশোধৰ মুদাও মৰে।

উপনিৱেশতকৈ সৈন্যৰ শিবিৰৰ খৰচ বেছি আৰু ই বিজিত ৰাজ্যৰ সৰহ কৰ শুহি পেলায়। সৈন্যৰ আড্ডাই জমাৰ ঠাইত খৰচ বহুৱায়, আৰু সৈন্যসকলৰ থকামেলাৰ কাৰণে স্থানীয় পৰিয়ালবিলাক দায়ী হৈ বিৰংগৰ সৃষ্টি হয় আৰু ঘৰৰ নাটনি হৈয়ো এক সমস্যাৰ উদ্ভৱ হয়। পৰাজিত দেশৰ লোকে যুদ্ধক্ষেত্ৰত দিয়া বাধাতকৈ ঘৰতে দিয়া শত্ৰুতা বেছি ভয়ানক। মুঠৰ ওপৰত কবলৈ হলে, সেনাদল ৰখা যিমান নিষ্ফল উপনিৱেশ পতা সিমান সুফলদায়ক।

বাৰেমিহলি ধৰণৰ ৰাজ্য জয় কৰা শাসকে তেওঁৰ সীমান্তত থকা নেতৃ-স্থানীয় লোকৰ মৰ্য্যাদাত সিদ্ধি দিয়াৰ উপৰিও দেশৰ ভিতৰৰ সংখ্যালঘু বহিৰাগতজনে শক্তিহীন আৰু শোষিত সংখ্যালঘুসকলক আঁকোৱালি লৈহে এনেকৈ দেশত খোপনি পুতিবলৈ সমৰ্থ হয়।

ইটোলিয়ানসকলেহে ৰোমানসকলক গ্ৰীচৰ দুৱাৰ মুকলি কৰি দিছিল, আৰু আন আন অঞ্চলতো ৰোমৰ আগমন সম্ভৱ হৈছিল স্থানীয় লোকে বাট মুকলি কৰি দিয়া কাৰণে। স্বাভাৱিকতে শোষিত সংখ্যালঘু সম্প্ৰদায়ৰ নেতাবিলাকে বিদেশী আক্ৰমণকাৰীৰ লগ লাগি নিজৰ ৰোষ প্ৰকাশ কৰে। এইবিলাকৰ সাদৰ আৰু আনুগত্য লাভ কৰা নিশ্চিত বুলি জানি আক্ৰমণকাৰীয়ে প্ৰচাৰকাৰ্য্য নচলালেও হয়, মাথোন তেওঁ যাতে ইহ'তক সৰহকৈ কৰ্ত্তৃত্ব নাইবা সম্বল নিদিয়ে তালৈ সজাগ থাকিব লাগে। যদিহে তেওঁৰ শাসনতন্ত্ৰ ভাল, তেনেহলে তেওঁ ইহ'তৰ সহায়ত যিবিলাকক স্থানচ্যুত কৰা হৈছে সেইবিলাকক চম্ভালি ৰাখিবলৈ সমৰ্থ হয়। যদিহে শাসনতন্ত্ৰ ভাল নহয়, তেতিয়াহলে তেওঁ ৰাজ্য সোনকালেই পৰিহাৰ কৰিবলগীয়া হয় আৰু ৰাখি থোৱা কালডোখৰতো অলেখ আহুকাল ভুগিব লগা হয়।

তেওঁবিলাকে জয় কৰা অঞ্চলবোৰত ৰোমানসকলে এই নীতিবিলাক অনুসৰণ কৰিছিল। তেওঁলোকে উপনিবেশ পাতিছিল, কৰ্ত্তৃত্ব নিদিলেও সংখ্যালঘুসকলক পালন কৰিছিল, স্থানীয় নেতৃত্ব ধ্বংস কৰিছিল আৰু বিদেশী শক্তিয়ে খোপনি পুতিব খুজিলে তাত বাধা দিছিল। ৰোমান-সকলে গ্ৰীচ কি দৰে জয় কৰিলে সেইয়ে ইয়াৰ উত্তম চানেকি। ৰোমে ইটোলিয়া আৰু একিয়াক সমৰ্থন কৰিছিল। ৰোমে মেচিদন দমন কৰি এণ্টিওকাছক সিংহাসনৰপৰা খেদিছিল; কিন্তু একিয়ান আৰু ইটোলিয়ান-সকলে বিশ্বাস দিও শক্তিলাভ কৰিব নোৱাৰিলে, আনহাতে মেচিদনৰ ফিলিপে আনৰ লগত লগ লাগি ৰোমৰ শত্ৰুতা কৰিলেও তেওঁ এণ্টিওকাছ খেদা খাই থকা কালডোখৰত গ্ৰীচত ৰোমৰপৰা স্বীকৃতি লাভ নকৰিলে।

এই কাৰ্য্যবিলাকত বুদ্ধিমান শাসকে যেনে কৰা যুগুত ৰোমেও তেনেই কৰিছিল। সমাগত বিপদৰ বিৰুদ্ধে ব্যৱস্থা লোৱাৰ উপৰিও ৰোমে অনাগত বিপদৰ বিৰুদ্ধেও ব্যৱস্থা লৈছিল, তেনে বিপদৰ আগতে গম পাইছিল। জটিল বেমাৰত দৰৱৰ ব্যৱস্থা কৰাতকৈ আগতে তাৰ প্ৰতিষেধৰ ব্যৱস্থা কৰা বেছি সহজ। ডাক্তৰে জানে যে সমস্যা সেই স্তৰত যি স্তৰত পৰীক্ষা কৰিলে চিকিৎসা কাৰ্য্যকৰী হয়। যি স্তৰত পৰীক্ষা সহজ হয় অৰ্থাৎ বেমাৰৰ লক্ষণবিলাক সুস্পষ্ট হয়, সেই স্তৰত চিকিৎসাত ধৰিলে আৰোগ্য প্ৰায়ে অসম্ভৱ হয়। ৰাজনীতিজ্ঞৰ ৰোগী হ'ল ৰাষ্ট্ৰ। অনাগত সঙ্কটৰ উমান লব জানিলে — কেইজন ৰাজনীতিজ্ঞইনো জানে? — সেই সঙ্কটৰ ততালিকে মুদা মাৰিব পাৰি; যেতিয়া সেই সঙ্কট সকলোৰে জনাজাত হয় তেতিয়া তাত আৰু দৰৱে ক্ৰিয়া নকৰে।

ৰোমানসকলে আচাৰিতভাৱে এই সঙ্কটৰ উমান লব জানিছিল আৰু সকলো সময়তে তাৰ সম্মুখীন হৈছিল। তুষ্টিসাধনৰ চেষ্টা কৰি তেওঁলোকে এই সঙ্কটৰ গুৰিত জীপ নিদিছিল। তেওঁলোকে জানিছিল যে হবলগীয়া যুদ্ধ হবই, পলম কৰা মানে শত্ৰুৰহে লাভ। তেওঁলোকে মেচিদনৰ ফিলিপ আৰু গ্ৰীচৰ এণ্টিওকাছৰ লগত যুঁজ কৰে, কিয়নো নকৰাহেতেন এওঁলোকৰ লগত পিচত যুঁজ লাগিলহেতেন ইটালিত। তেওঁলোকে এই দুয়ো যুঁজ পৰিহাৰ কৰিব পাৰিলেহেতেন, কিন্তু সুবিবেচনাৰ পন্থাকে তেওঁলোকে গ্ৰহণ কৰিলে। তেওঁলোকে সেই সময়ৰ প্ৰচলিত 'আজিয়ে ভাল বস্তু বহুতো আছে আৰু তাকেই ভোগ কৰা' এই নীতি আওকাণ কৰি নিজৰ পৰম্পৰা আৰু নীতিহে অনুসৰণ কৰিছিল। কালিয়ে বেয়া বস্তু ভাল বস্তু দুয়োটাকে আনিব পাৰে, আৰু কালি কালিলৈ হব আজি।

এতিয়া ফ্ৰান্সৰ কথালৈ যাওঁ আৰু চাওঁ এই দেশৰ নীতি ইয়াত আলোচনা কৰা কথাৰ লগত খাপ খায়নে নাখায়। মই অষ্টম চ্ছাৰ্লছতকৈ দ্বাদশ লুইৰ কথাহে কম, কিয়নো দ্বিতীয়জনে ইটালিত সৰহদিন ৰাজত্ব কৰিছিল। এই কাৰণে তেওঁৰ কাৰ্য্যপন্থা বিশ্লেষণ কৰা উজু। দেখা যাব যে বিদেশী দেশ এখনত কৰ্ত্তৃত্ব বজাই ৰাখিবলৈ হলে যি যি কৰা যুগুত তেওঁ ঠিক তাৰ ওলোটাটোহে কৰিছিল।

দ্বাদশ লুই ইটালিত সোমাইছিল ভেনিছীয়সকলৰ প্ৰৰোচনাত, ভেনিছীয়-সকলে এওঁ আক্ৰমণ কৰিলে লম্বাৰ্ডিৰ আধা পাব বুলি ভাবি থৈছিল। এই বন্দবস্তীত সম্মতি দিয়া কাৰণে ৰজাজনক জগৰীয়া কৰিব নোৱাৰি। তেওঁক লাগে ইটালিত খোপনি, অথচ এই অঞ্চলত তেওঁক সহায় কৰোঁতা কোনো নাই; প্ৰকৃততে ইটালিত অষ্টম চ্ছাৰ্লছে যি আচৰণ দেখুৱাই থৈ গ'ল তাৰ পিচত তেওঁ ইয়াত শত্ৰুতাৰ বাহিৰে আন একো নাপাইছিল। তেওঁ স্বইচ্ছাত সাহায্যকাৰী লোক বাছি লবও নোৱাৰিলে। এনে অৱস্থাতো তেওঁ কাম আদায় কৰিব পাৰিলেহেতেন, যদিহে পিচত তেওঁ কেতবোৰ ভুল কৰি নেপেলালেহেতেন।

লম্বাৰ্ডিত তেওঁ প্ৰাৰম্ভতে যি কৃতকাৰ্য্যতা লভিলে সি অষ্টম লুইয়ে হেৰুওৱা গৌৰৱ ফ্ৰান্সক পুনৰাই দিব পাৰিলে। জেনোৱাই আত্মসমৰ্পণ কৰিলে, মাণ্টুৱা, ফেৰাৰা, বোলোনা, ফোৰ্লি, ফিঞ্জা, পেছাৰো, ৰিমিনি, কামেৰিনো আৰু পিয়োম্বিনোৰ শাসনকৰ্ত্তাসকল তেওঁৰ গুৰিত থুপ খালে; ফ্লোৰেঞ্চ, ছিয়েনা, পিছা আৰু লুক্কা গণতন্ত্ৰও তেওঁৰ কাষ চাপিল। ভেনিছীয়সকলে দুই এক অঞ্চল নিজৰ জোলোঙাত ভৰাব খুজি ফৰাছী

ৰজাজনক ইটালিৰ এক-তৃতীয়াংশৰ অধিপতি কৰি তোলা দ্নঃসাহসৰ কাৰণে পিচত অন্নতাপ কৰা অসম্ভৱ নহয়।

মই উন্নকিওৱা নীতিবিলাক পলা হলে আৰু তেওঁৰ সাহায্যকাৰী লোকসকলক ৰক্ষা কৰা হলে কিমান সহজে ৰজাজনে ইটালিত নিজৰ স্থান বৰ্ত্তাই ৰাখিব পাৰিলেহেতেন! সংখ্যাত সৰহ যদিও এওঁলোক আছিল দ্নৰ্বল: এওঁলোক আছিল ভয়ত—কিছ্নমান পোপৰ, আন কিছ্নমান ভেনিছৰ। এই ভয়ে এওঁলোকক নিশ্চয় অন্নগত কৰিলেহেতেন। এওঁ-লোকৰ সহায় লৈ ল্নইয়ে পোপ আৰু ভেনিছৰ শক্তি আওকাণ কৰিব পাৰিলেহেতেন। তথাপি মিলান দখল কৰামাত্ৰকে ৰোমান অঞ্চল জয় কৰিবলৈ তেওঁ সহায় আগ বঢ়ালে পোপ ষষ্ঠ আলেকজেণ্ডাৰক; তেওঁ গমিও নাচালে যে এই পন্থাৰে নিজৰ বন্ধ্নসকলক আঁতৰাই লৈ আৰু যি-সকলে তেওঁৰ আশ্ৰয় বিচাৰিছিল সেইসকলক বঞ্চনা কৰি নিজৰ শক্তি ক্ষ্নন্নহে কৰিলে। তাতকৈয়ো বিষম কথা, পোপৰ যি আধ্যাত্মিক প্ৰতিপত্তি তাৰ লগত বৈষয়িক শক্তি বঢ়াবলৈ স্নযোগ দি তেওঁ ধৰ্ম্মগ্নৰ্নজনৰ সামৰ্থ্য-বৃদ্ধিতহে হাত উজান দিলে।

এই প্ৰাথমিক ভুলে আন এক ভুল কৰালে। পোপৰ আক্ৰোশ সীমিত কৰিবৰ উদ্দেশ্যে আৰু তেওঁক টাছকেনিৰ পৰা আঁতৰত ৰাখিবলৈ ল্নইয়ে এক সৈন্যবাহিনী লৈ ইটালিলৈ ওভতে। তাৰ পিচত, পোপৰ শক্তি বঢ়াই আৰু নিজৰ বন্ধ্নসকলক নিৰাশ কৰি, ফাৰ্ডিনেণ্ডৰ লগত নেপ্‌লছ ৰাজ্য ভাগ কৰি লবলৈ বন্দবস্ত কৰি তেওঁ ইটালিলৈ মাতি আনিলে স্পেইনক। ইয়াৰ অৰ্থ এইয়ে হ'ল যে আগেয়ে ইটালিত কৰ্ত্তৃত্ব আছিল তেওঁৰ অকলে, এতিয়া তাত ওলাল এজন প্ৰতিদ্বন্দ্বী। এই প্ৰতিদ্বন্দ্বীৰ ওচৰ চাপিল ষড়যন্ত্ৰকাৰী আৰু যিবিলাকক তেওঁ অসন্তুষ্ট কৰিছিল সেইবিলাক। নেপ্‌লছৰ ৰজা আছিল তেওঁৰ জোলোঙাত, এওঁক আসনচ্যুত কৰি তেওঁ আনিলে এনে এক শক্তি যি শক্তিয়ে তেওঁকে ওফৰাই পেলাব পাৰে।

ৰাজ্য বঢ়াবলৈ আৰু দেশ জয় কৰিবলৈ হে'পাহ স্বাভাৱিকতে ওপজে। যিসকল এই কামত কৃতকাৰ্য্য হয় তেওঁলোকে সম্মান লাভ কৰে, কিন্তু সম্বল ৰতনাই নলৈ মন মেলিলে আৰু অকৃতকাৰ্য্য হলে লোকৰ অৱজ্ঞাৰ পাত্ৰহে হব লাগে। ফ্ৰান্সৰ ৰজাৰ যদি নেপ্‌লছ জয় কৰিবৰ জোখাৰে সম্বল আছিল তেওঁ গৈ ৰাজ্যখন জয় কৰিব লাগিছিল। যদিহে নাছিল তেওঁ ৰাজ্যখন ভাগ কৰিব নালাগিছিল। ভেনিছীয়সকলৰ সৈতে লম্বাৰ্ডি ভাগ কৰি লোৱাটো ধৰ্ত্তব্য নহয়, কিয়নো তাকে কৰিহে তেওঁ ইটালিত খোপনি

পুতিব পাৰিলে, কিন্তু এই দ্বিতীয় বিভাজন অপদাৰ্থতাৰ পৰিচায়ক, কিয়নো তাৰ কোনো দৰ্কাৰ নাছিল।

দ্বাদশ লুইয়ে তেনেহলে ভুল কৰিলে এই পাঁচটি—প্ৰথমে দুৰ্বলক নাশ কৰি; দ্বিতীয়ে সবলৰ শক্তি বৃদ্ধি কৰি; তৃতীয়ে পৰাক্ৰমী বিদেশী এজনক আসন পাতি দি; চতুৰ্থে বিজিত দেশত নিজে থাকিবলৈ নলৈ; পঞ্চমে ফৰাচী উপনিবেশ স্থাপন নকৰি। এইবিলাকেও তেওঁ জীয়াই কথা কাল-ডোখৰত তেওঁৰ ধ্বংস ওচৰ নচপালেহেতেন যদিহে তেওঁ ষষ্ঠ ভুল এটা কৰি নেপেলালেহেতেন—ভেনিছীয়সকলক মুখৰ গৰাহৰ পৰা বঞ্চিত কৰি।

পোপৰ বল বৃদ্ধি নকৰাহেতেন আৰু স্পেইনক ইটালিলৈ মাতি ননা-হেতেন আৰু তেওঁ যদি এই সাহায্যকাৰী ৰাজ্যবোৰ কিছু দমন কৰিলে-হেতেন তেতিয়া সেই কাৰ্য্য বিবেচক বুলি গণনা কৰিব পৰা গ'লহেতেন, কিন্তু আন দুটা কাৰ্য্যত বান্ধ খাই তেওঁ ইটো পন্থা লব নালাগিছিল। আনহাতে ভেনিছীয়সকলৰ হাতত সম্বল আৰু শক্তি থকালৈকে তেওঁলোকে লম্বাৰ্ডিৰ-পৰা আন আটাইকে আঁতৰাই ৰাখিলেহেতেন। ভেনিছ গণতন্ত্ৰই ফৰাছী-সকলৰ দখল নিজে লবলৈ দৃঢ়প্ৰতিজ্ঞ হৈ লৈছিল; কোনো তৃতীয় শক্তিয়ে এই দখল ভেনিছক দিবৰ কাৰণে ফ্ৰান্সক উলিয়াই নপঠিয়ালেহেতেন, আৰু ভেনিছ আৰু ফ্ৰান্স দুই দেশকে লবলৈকেও কোনো আগ নাবাঢ়িলহেতেন।

যুক্তি দেখুৱাব পাৰি যে যুদ্ধ এখনৰ হাত সাৰিবলৈহে দ্বাদশ লুইয়ে পোপ আলেকজেণ্ডাৰক ৰোমানা এৰি দিলে আৰু নেপ্‌লছ ৰাজ্যলৈ স্পেইনক মাতি আনিলে, কিন্তু মই আকৌ কওঁ যে যি যুদ্ধ পৰিহাৰ কৰিলে তাৰপৰা দেশত শৃঙ্খলা নোপজে, সেই যুদ্ধই ফালৰি কটাজনক আহু-কালহে দিয়ে। এনেকৈয়ো কোৱা হয় যে নিজৰ বিবাহ-বিচ্ছেদৰ এক সৰ্ত্তহিচাবে আৰু ৰুৱেনৰ আৰ্চ্চবিশ্বপক কাৰ্ডিনেল পাতিবৰ অৰ্থে লুইয়ে পোপক ৰোমানালাভত সহায় কৰিবলৈ প্ৰতিজ্ঞা কৰিছিল। এই যুক্তিৰ সমিধান দিম এইদৰে যে ৰজাৰ প্ৰতিজ্ঞা আৰু সেই প্ৰতিজ্ঞা কিদৰে ৰখা যুগুত সেই বিষয়ে মই পিচত ক'ম।

তেনেহলে দেখিবলৈ পাওঁ, আন আন বিজয়ীয়ে তেওঁলোকৰ বিজিত ৰাজ্য যি নীতি অনুসৰণ কৰি ৰক্ষা কৰে সেই নীতি আওকাণ কৰা কাৰণে দ্বাদশ লুইয়ে লম্বাৰ্ডি হেৰুৱালে। কথা ইমানেই। পোপৰ পুত্ৰ চিজাৰে বৰ্জিয়াই যি সময়ত ৰোমানা দখল কৰি আছিল সেই সময়ত মই এই বিষয়ে ৰুৱেনৰ কাৰ্ডিনেলৰ সৈতে কথা হোৱা মনত পৰে। কাৰ্ডিনেলজনে মন্তব্য কৰিলে বোলে ইটালিয়ানসকল ভাল যোদ্ধা নহয়, মই ততালিকে সমিধান দিলোঁ যে ফৰাছীসকলো ভাল ৰাজনীতিজ্ঞ নহয়। কিয়নো

ৰাজনীতিজ্ঞ বোলোৱা যি কোনো লোকেই এইদৰে পোপৰ শক্তিবৃদ্ধিত হাত উজান নিদিয়ে। পিচৰ ঘটনাবোৰৰপৰা বুজা গ'ল যে পোপৰ আৰু স্পেইনৰ শক্তি বৃদ্ধি হোৱা কাৰণেই ফ্ৰান্সে ইটালিত পৰাজয় লাভ কৰিলে, আৰু ইয়াৰ কাৰণে ফ্ৰান্স নিজেই জগৰীয়া। এইবিলাক তথ্যৰপৰা আন্ত-র্জাতিক সম্বন্ধত অব্যৰ্থভাবে প্ৰয়োগ কৰিব পৰা এক সিদ্ধান্ত উলিয়াব পাৰি : যি শাসকে আন এখন ৰাজ্যৰ শক্তি বৰ্দ্ধন কৰে তেওঁ ধ্বংসৰ মুখলৈ আগ বাঢ়ে, কিয়নো সেই শাসকে কূটনীতি নাইবা অস্ত্ৰৰ সহায়ত এই কাম কৰে, আৰু নতুনকৈ গাদীত বহা শক্তিয়ে দুয়োবিধকে সন্দেহৰ চকুৰে চায়।

৪

# আলেকজেণ্ডাৰৰ উত্তৰাধিকাৰীসকলে ডেৰিয়াছৰ ৰাজ্য জয় কৰি কি দৰে ৰাখিব পাৰিলে

নতুনকৈ জয় কৰি ৰাজ্য ৰাখিব পৰা যেনে সুকঠিন সেই কথালৈ চালে আলেকজেণ্ডাৰ যি দৰে এচিয়াৰ গৰাকী হ'ল সি বিস্ময়ৰ বিষয়। তেওঁৰ কৃতকাৰ্য্যতাৰ পিচদিনাই হোৱা মৃত্যুৱে বিদ্ৰোহৰ সুযোগ দিব পাৰিলে-হেতেন। তথাপি তেওঁৰ উত্তৰাধিকাৰীসকলে বিশেষ আহুকাল নোপোৱা-কৈয়ে তেওঁলোকৰ কৰ্ত্তৃত্ব সংৰক্ষণ কৰিলে।

এই কথা ব্যাখ্যা কৰাব আগতে একতন্ত্ৰী শাসনৰ দুটি প্ৰকাৰ উল্লেখ কৰা যুগুত। এই দুটি—আমোলাতন্ত্ৰী আৰু সামন্ততন্ত্ৰী। সামন্ততন্ত্ৰী শাসনত শাসনকৰ্ত্তাৰ সহকাৰীসকলৰ মৰ্য্যাদা উত্তৰাধিকাৰসূত্ৰে লাভ কৰা। এওঁলোকৰ তলত থকা লোক পৰম্পৰাসূত্ৰে অনুগত। সামন্ততন্ত্ৰী শাসনত শাসনকৰ্ত্তাৰ শক্তি আৰু বেছি, কিয়নো তেওঁৰ প্ৰজাই তেওঁৰ বাহিৰে আন কাকো আনুগত্য নজনায়, আৰু এই ব্যৱস্থাত কোনোবা এজন আন এজনৰ তলত থাকিলে দ্বিতীয়জনে প্ৰথমজনক শাসনকৰ্ত্তাৰ বিষয়াহিচাবেই মানে, ব্যক্তিগতহিচাবে কোনো আনুগত্য নজনায়।

আমাৰ দিনত ফ্ৰান্সৰ ৰজাই প্ৰথমবিধৰ চানেকি আৰু গ্ৰেণ্ড টাৰ্কে দ্বিতীয়বিধৰ চানেকি দেখুৱায়। সাম্ৰাজ্যৰ ভিতৰত গ্ৰেণ্ড টাৰ্কেই একমাত্ৰ সম্ভ্ৰান্ত লোক, প্ৰজাবিলাক তেওঁৰ দাস। সাম্ৰাজ্যখন কিছুমান প্ৰদেশত বিভক্ত, এইবিলাকৰ শাসনকৰ্ত্তা তেওঁ ইচ্ছামতে ভঙাপতা কৰে। আনহাতে ফ্ৰান্সৰ ৰজাক আগুৰি আছে তলতীয়াসকলে মানি লোৱা কিছুমান সম্ভ্ৰান্ত লোকে। ৰজাই নিজৰ বিপদ চপাই নোলোৱাকৈ এওঁলোকৰ সা-সুবিধা-বোৰত হাত দিব নোৱাৰে। এই দুইবিধৰ শাসন-ব্যৱস্থা পৰ্য্যালোচনা কৰিলে দেখা যায় গ্ৰেণ্ড টাৰ্কক সিংহাসনচ্যুত কৰা টান কিন্তু এবাৰ তেওঁক খেদিব পাৰিলে তেওঁৰ সাম্ৰাজ্য চলালি ৰখা সহজ, আনহাতে ফ্ৰান্স জয় কৰিবলৈ উজু, কিন্তু দেশখন চম্ভালি ৰাখিবলৈ টান।

যিজনে গ্ৰেণ্ড টাৰ্কক পৰাজিত কৰিব খোজে তেওঁৰ ডাঙৰ প্ৰতিবন্ধক এই যে দেশত বিশ্বাসঘাটকতা কৰি তেওঁক সহায় আগ বঢ়াব পৰা সম্ভ্ৰান্ত লোকশ্ৰেণী নাই। মই ব্যাখ্যা কৰিছোঁ যে গ্ৰেণ্ড টাৰ্কৰ বিষয়াসকল তেওঁৰ

দাস আৰু এওঁলোকৰ চাকৰি নিৰ্ভৰ কৰে তেওঁৰ ওপৰত। এই কাৰণে এওঁলোকক তেওঁলোকৰ বিশ্বস্ততাৰ পৰা বিচ্যুত কৰা টান। আৰু এওঁলোকে গ্ৰেণ্ড টাৰ্কক এৰিলেও প্ৰজাবিলাকক এওঁলোকে লগত নিব নোৱাৰে। গ্ৰেণ্ড টাৰ্কক আক্ৰমণ কৰিলে গোটেই ৰাজ্যখনে বাধা দিব আৰু এই আক্ৰমণো উন্নত সমৰ-সজ্জাইহে সম্ভৱ কৰিব পাৰে। এনে আক্ৰমণে দেশৰ ভিতৰৰ পৰা একো উদগনি নাপায়।

সি যি নহওক, এবাৰ তেওঁৰ সেনাদল বিক্ষিপ্ত হলে আৰু সেই সেনাদল যদি সুসংহত হব নোৱাৰে, তেনেহলে শত্ৰুক বাধা দিবলৈ থাকিল গ্ৰেণ্ড টাৰ্ক নিজে আৰু তেওঁৰ পৰিয়াল। এওঁলোক একাষৰীয়া হলে বাধা আৰু একো নাই, কিয়নো সিংহাসনচ্যুত শাসনকৰ্ত্তাসকলৰ প্ৰজাৰ ওপৰত একো হাত নাই। অৰ্থাৎ আক্ৰমণকাৰীয়ে যিদৰে ৰাইজৰ বিৰুদ্ধাচৰণ কামনা কৰিব নালাগে সেইদৰে তেওঁলোকৰ পৰা সহায়ো আশা কৰিব নোৱাৰে।

ফ্ৰান্সৰ দৰে শাসিত ৰাজ্যত ইয়াৰ ওলোটাটোহে দেখা যায়। অসন্তুষ্ট ডাঙৰীয়া এজন বা দুজনৰ সহায় পালে এনে ৰাজ্য জয় কৰিবলৈ কঠিন নহয়। এনে ডাঙৰীয়াই তেওঁলোকৰ প্ৰতিপত্তিৰ কাৰণে বিজেতাক দেশৰ দুৱাৰ মুকলি কৰি দিব পাৰে। কিন্তু বিজয়ৰ পাচত দেশৰ শাসন সুসংহত কৰিবৰ সময়তহে আহুকালবোৰ ওলায়। যিসকলে বিজেতাক সহায় দিয়ে আৰু যিসকলক দমন কৰা হয় এই দুয়ো পক্ষৰ পৰাই মুস্কিলৰ সৃষ্টি হয়। শাসকফৈদ উপান্ত কৰিলেই অৱস্থাৰ সমাধান নহয়, কিয়নো পুৰুষানুক্ৰমিক ডাঙৰীয়াসকলে মন মেলিলেই বিশৃঙ্খলাৰ সৃষ্টি কৰিব পাৰে। এওঁলোকক তুষ্ট কৰিব নোৱাৰি, আঁতৰাবও নোৱাৰি, এনেস্থলত লাভৰ্থিনি ধৰি ৰাখিবলৈ বিজেতাৰ সুচল সীমাবদ্ধ হৈ পৰে।

ডেৰিয়াছৰ সাম্ৰাজ্যৰ শাসনবিধি আলোচনা কৰিলে গ্ৰেণ্ড টাৰ্কৰ লগত তাৰ সাদৃশ্য চকুত পৰে। সেই কাৰণেই আলেকজেণ্ডাৰে শত্ৰুক স্থানীয় যুদ্ধত ভেটি ধৰি পৰাজিত কৰি দেশখন সামৰি ল'ব লগা হৈছিল। এই-দৰে লোৱাত ইফালে ডেৰিয়াছৰো মৃত্যু ঘটিল—মই ব্যাখ্যা কৰা কাৰণত আলেকজেণ্ডাৰৰ শক্তিও ভালকৈ প্ৰতিস্থাপিত হ'ল। তেওঁৰ উত্তৰাধিকাৰী-সকলে নিজৰ ভিতৰত থৰিয়াল নপতাহেতেন তেওঁলোকে আৰাম কৰি আনন্দত বহি থাকিব পাৰিলেহেতেন। যি দেখা গ'ল নিজে চপাই লোৱা আহুকালৰ কথা নধৰিলে তেওঁলোকে আন একো আহুকাল নাপালে।

ফ্ৰান্সৰ দৰে আমোলাতন্ত্ৰী দেশ শাসন কৰিবলৈ বেছি টান। প্ৰথম ৰোমান বিজয়ৰ সময়ত স্থানীয় লোকৰ আনুগত্যৰ কাৰণেই ফ্ৰান্স, স্পেইন আৰু পূৰ্বহেলেনিক অঞ্চলত থৰিয়াল আৰু বিদ্ৰোহৰ সৃষ্টি হৈছিল।

যেতিয়ালৈকে এই আনুগত্য বৰ্ত্তি থাকিল তেতিয়ালৈকে ৰোমৰ বিজয় সোলোক-জোলোক হৈ আছিল, কিন্তু ক্ৰমে এই আনুগত্য বিলুপ্ত হ'লত ৰোমৰ ৰাজকীয় শক্তি দৃঢ় আৰু স্থায়ী হৈ পৰিল। ৰোমান সাম্ৰাজ্যত গৃহযুদ্ধ আৰম্ভ হলতো, ৰোমৰ বিভিন্ন দলীয় নেতাসকলে বিজিত প্ৰদেশ-বোৰৰ—অন্ততঃ যিবোৰত পুৰণি ৰাজবংশৰ প্ৰতি আনুগত্য বিলোপ পালে নাইবা জাতীয়বাদ পাহৰি পেলোৱা হ'ল—তাত অনুমোদনকাৰী আশা কৰিব পাৰিলে।

এইবিলাক কাৰণে এচিয়াত আলেকজেণ্ডাৰে কিমান সহজে কৃতকাৰ্য্যতা লাভ কৰিলে সেই কথা আৰু পিৰাছ আদি আন বিজেতাই বিজিত দেশ ধৰি ৰাখিব নোৱাৰাৰ হেতুও ব্যাখ্যা কৰে। প্ৰত্যেক ক্ষেত্ৰতে কৃতকাৰ্য্যতা আৰু ব্যৰ্থতাৰ হেতু নিৰ্ভৰ কৰিছিল বিজেতাজনৰ সামৰিক লক্ষণবোৰৰ ওপৰত নহয় বিজিত দেশবোৰৰ সামাজিক গাঁঠনিৰ ওপৰতহে।

৫

# পৰাধীনতাৰ আগেয়ে নিজৰ আইন-কানুন আৰু সংবিধান থকা সম্প্ৰদায় আৰু ৰাজ্যৰ প্ৰশাসন

পৰাধীনতাৰ আগেয়ে গণতান্ত্ৰিক শাসন থকা ৰাজ্যবিলাক তিনি প্ৰকাৰে তলতীয়া কৰি ৰাখিব পাৰি। প্ৰথম হ'ল কঠোৰভাৱে সংহতি ভঙ্গ কৰি, দ্বিতীয় হ'ল, ৰাজ্যত নিজে থাকি পোনপতীয়াকৈ ব্যক্তিগত শাসনাধীন কৰা, তৃতীয় পন্থা হল, দেশীয় অনুস্থান আৰু ৰাজহ সম্পূৰ্ণকৈ নিয়ন্ত্ৰণাধীন কৰি লগতে আনুগত্য থকা অলপ কেইজনমান মুখিয়াল লোকৰ শাসন প্ৰতিষ্ঠা কৰা। শাসকৰ সদিচ্ছাৰ ওপৰত বৰ্ত্তি থাকিব লাগিব বুলি জানি এই শাসন ব্যৱস্থাত সদায় আনুগত্য থাকিব। গণৰাজ্যৰ ওপৰত আধিপত্য অটুট ৰাখিবলৈ থলুৱা শাসন ব্যৱস্থাতে আপদ আটাইতকৈ কম।

ইতিহাসত ইয়াৰ উদাহৰণ স্পাৰ্টা আৰু ৰোমৰ ক্ষেত্ৰত পোৱা যায়। স্পাৰ্টানসকলে বিজয়ী হৈ থিবিজ আৰু এথেঞ্চত থলুৱা সম্ভ্ৰান্তলোকৰ শাসন প্ৰতিষ্ঠা কৰিছিল; কিন্তু সি বেছিদিন তিষ্ঠি নাথাকিল। ৰোমে কেপুৱা, কাৰ্থেজ আৰু নুমান্তিয়া ধ্বংস কৰি পেলাইছিল যদিও এই-বিলাক কেতিয়াও হেৰুওৱা নাছিল। আনহাতে ৰোমেও গ্ৰীচত স্পাৰ্টান-সকলক অনুকৰণ কৰিবলৈ চেষ্টা কৰিছিল। ৰোমানসকলে গণতন্ত্ৰ আৰু স্থানীয় অনুস্থানবিলাক সংৰক্ষণ কৰিছিল, কিন্তু শেহত এই পন্থা ভুল প্ৰতিপন্ন হ'ল আৰু অৱশেষত ৰাজ্যখনত আধিপত্য ৰক্ষা কৰিবলৈ গ্ৰীচৰ ভালেমান গণৰাজ্য মোহাৰি পেলাব লগা হৈছিল। কঠোৰ দমননীতিৰে সংহতি ভঙ্গ কৰাটো প্ৰভুত্ব সংৰক্ষণৰ একমাত্ৰ নিৰাপদ পন্থা। গণৰাজ্য-বিজয়ীয়ে সদায় ইয়াক ধ্বংস কৰিব লাগে, নহলে ইয়াৰপৰা বিঘিনিৰ আশঙ্কা হয়। 'স্বাধীনতা' আৰু 'যুগমীয়া অধিকাৰ' সদায়ে বিদ্ৰোহী-সকলৰ ধ্বনি। কালৰ ব্যৱধান আৰু উদাৰমতি একচ্ছত্ৰী শাসনেও ইয়াৰ আকৰ্ষণ ম্লান কৰিব নোৱাৰে। প্ৰজাবৰ্গৰ সামূহিক ঐক্যজ্ঞান ধ্বংস কৰিব নোৱাৰালৈকে যিমানেই দূৰদৰ্শিতা নাথাকক নাইবা দমননীতি নলওক, যি কোনো আকস্মিক প্ৰসঙ্গ বা পৰিস্থিতিৰ উদ্ভৱ হলেই এই ধ্বনি-বিলাক মানুহৰ মুখে মুখে বাজে। ফ্লোৰেণ্চৰ শতাধিক বছৰ শাসনৰ পিচত পিছানবিলাকৰ বিদ্ৰোহেই ইয়াৰ সাম্প্ৰতিক উদাহৰণ।

দীৰ্ঘকাল একতন্ত্ৰী শাসনৰ তলত থকা ৰাজ্যৰ দেশীয় শাসকবংশ বিলোপ হৈ যোৱাৰ পিচত নতুন শাসক প্ৰতিষ্ঠাৰ কোনো বিধি বা পদ্ধতি নাথাকে, গণৰাজ্যৰ প্ৰেৰণা যোগাব পৰা কোনো অনুষ্ঠান নাথাকে আৰু অস্ত্ৰ-শক্তি গোটাই একতাৰদ্ধ হৈ থিয় দিবলৈকো সহজাত মনোবৃত্তি নোহোৱা হৈ যায়। এনে অৱস্থাত আক্ৰমণকাৰীয়ে ৰাজ্য জয় কৰিবলৈ সুগম পথ আৰু নিৰাপত্তা পায়। গণতন্ত্ৰত বেছিদিনলৈকে শক্তি আৰু প্ৰতিদ্ৰোহিতা সংৰক্ষিত হয় আৰু স্বাধীনতাৰ স্মৃতি সজীৱ আৰু মধুৰ হৈ থাকে। নিৰ্মমভাৱে কৰা ধ্বংস নাইবা থলত থাকি ব্যক্তিগতভাৱে কৰা শাসনেই এনে ক্ষেত্ৰত নিৰাপত্তাৰ নিশ্চয়তা দিয়ে।

৬

# যুদ্ধত জয় কৰা ৰাজ্যৰ শাসন

ৰাজ্যজয়সম্পৰ্কে আলোচনা কৰোঁতে মই বিখ্যাত বিজয়ী বীৰসকলে স্থাপন কৰা ডাঙৰ ডাঙৰ সাম্ৰাজ্যৰ উদাহৰণ দিম আৰু ইয়াৰ কাৰণো আছে। মানুহে চিৰঅভ্যস্ত পথ অনুসৰণ কৰে আৰু ইতিহাসৰপৰা শিকনি লয়। পূৰ্ব্বসংঘটিত দৃষ্টান্তৰ লগত পৰিবেশ বেলেগ নাইবা অগ্ৰগামীসকলতকৈ এওঁলোকৰ শক্তি-সামৰ্থ্য আৰু বীৰত্ব কম চকুত লগা হলেও, বিখ্যাত আৰু কৃতবিদসকলে যি পন্থাৰে সফলতা আৰ্জন কৰিছিল সেই পথ অনুসৰণ কৰাত সাধাৰণ বুদ্ধি পথ-প্ৰদৰ্শক হোৱা উচিত। তেওঁলোকৰ সৰু-সুৰা কাৰ্য্যাবলীকেও এই কাৰণে মহৎ কাৰ্য্যৰ প্ৰকৃষ্টতা লাভ কৰিব পাৰে। নিপুণ চিকাৰীয়ে বন্দুকৰ গুলি আয়ত্তৰ শেষ সীমাত লগাব লাগিলে আৰু গুলিৰ গতিপথৰ নিৰ্ভুল জ্ঞান থাকিলে বন্দুকৰ নলীটোৰ মুখ প্ৰয়োজনমতে ওপৰলৈ তুলি লয়। শূন্যত কিবা গুলি কৰিবলৈ নহয়, লক্ষ্যবস্তু বিদ্ধ কৰিবলৈহে তেনে কৰে।

সেই কাৰণে মই কওঁ যে নতুন শাসকে নতুন ৰাজ্য পাতি তাক সংৰক্ষণ কৰিবলৈ প্ৰধানতঃ তেওঁৰ নিজৰ ব্যক্তিত্বৰ ওপৰত নিৰ্ভৰ কৰিব লাগে। নতুন সাম্ৰাজ্য পাতিব পাৰে ধীমান আৰু শক্তিমন্ত লোকে, নাইবা যি লোকক ঐতিহাসিক আকস্মিক ঘটনাই সুযোগ দি অনুগ্ৰহ কৰে। উভয় ক্ষেত্ৰতে যি লোকে এই দুটাৰ কোনো এটা অৱলম্বন কৰি লয় তেওঁ এটা ভোগ কৰোঁতে আনটোৰো সোৱাদ লবলৈ সুযোগ পায়। সি যি নহওক, এই দুটাৰ ভিতৰত ভাগ্যতকৈ নৈপুণ্যৰ সফলতা অধিক। যদি নতুন সম্ৰাটৰ বাধ্য হৈ থাকিব লগা আগৰ কোনো ৰাজ্য নাথাকে, তেন্তে এই পৰিস্থিতিয়ে নতুন ৰাজ্যত ৰাজধানী পাতি প্ৰজাসকলৰ মাজত থাকিবলৈ ললে তেওঁক যথাৰ্থতে সহায়হে কৰিব।

মই দুই এজন শাসকৰ নাম কব পাৰোঁ যিসকলে ভাগ্যৰ বলতকৈ নিজ সামৰ্থ্যৰ কাৰণেহে ক্ষমতাত অধিস্থিত হব পাৰিছিল। এইসকলৰ ভিতৰত আটাইতকৈ খ্যাতনামাসকল হ'ল মোজেজ, চাইৰাছ, ৰোমিউলাছ আৰু থিচিউছ। মোজেজক সম্ভৱতঃ আনকেইজনৰ লগত সম্পূৰ্ণকৈ একেলগে লব নোৱাৰি, কাৰণ তেওঁ ঈশ্বৰৰ ইচ্ছাৰ নিমিত্তমাত্ৰহে আছিল; কিন্তু তথাপি

তেওঁ যি গুণৰ অধিকাৰী হৈ ভগৱানৰ লগত সংযোগ স্থাপন কৰিব পাৰিছিল সেই গুণৰাশি আয়ত্ত কৰাৰ বাবে তেওঁ শ্ৰদ্ধাৰ পাত্ৰ। আমি চাইৰাছ আৰু আন আন বিৰাট সাম্ৰাজ্য স্থাপন কৰোঁতাসকলৰ কথাকে লওঁহকচোন। তেওঁলোকৰ চৰিত্ৰ আৰু কাৰ্য্যসম্পৰ্কে যি জনা যায় তাৰে বিচাৰ কৰিলে প্ৰত্যেকে একোজন বিৰাট পুৰুষ আছিল আৰু সৰ্ব্বশক্তিমান ভগৱন্তৰ অনুগৃহীত মোজেজতকৈ এওঁলোক এই বিষয়ত কোনো গুণে হীন নাছিল।

এই মহৎ ব্যক্তিসকলৰ ইতিহাসে দেখুৱায় যে ভাগ্যই এওঁলোকক সুযোগ দিয়াৰ বাহিৰে বিশেষ একো দিয়া নাছিল, ভাগ্যই মাত্ৰ কেঁচা সামগ্ৰীহে দিছিল আৰু এওঁলোকে তাৰেপৰাই উৎপাদিত পণ্য যেন তৈয়াৰ কৰিছিল। এইটোও সম্ভৱতঃ সঁচা যে সুযোগ উপস্থাপিত নহলে তেওঁলোকৰ শক্তিৰ অপচয় হ'লহেতেন, কিন্তু সুবিধাগ্ৰহণৰ যোগ্যতা নাথাকিলেও সুযোগ সৰকি গ'লহেতেন।

মোজেজৰ ক্ষেত্ৰত ইজৰাইলৰ প্ৰজাবৰ্গই তেওঁৰ নেতৃত্ব মানি লবলৈ উদগনি পাইছিল ইজিপ্টবাসীৰ হাতত তেওঁলোকে পোৱা নিৰ্ম্মম অত্যাচাৰ আৰু বন্দীত্বৰপৰা। ৰোমিউলাছে যদি আলবাত অকণমানি আশ্ৰয়স্থল পালেহেতেন আৰু যদি কেঁচুৱা অৱস্থাতে তেওঁ পৰিত্যক্ত নহলহেতেন তেন্তে তেওঁ বোধহয় ৰোমসাম্ৰাজ্য স্থাপন কৰি শাসন কৰিবলগীয়া নহলহেতেন। চাইৰাছে এক যুগ শান্তিৰে থকাৰ ফলত হোৱা মিদিজসকলৰ অৱনতিৰ লগত পাৰশ্যবাসীৰ অসন্তুষ্টিৰ সুযোগ গ্ৰহণ কৰিছিল। এথিনিয়ানসকলৰ লগত লগ লগাত থিচিউছৰ প্ৰতিষ্ঠাই বিশেষ কাম সাধিব নোৱাৰিলেহেতেন যদিহে তেওঁ এথেঞ্চবাসীক ভগ্নপ্ৰয়াস আৰু ছেদেলি-ভেদেলি হৈ থকা অৱস্থাত নাপালেহেতেন।

এই নেতাসকলৰ সুবিধা সুযোগৰ প্ৰয়োজন আছিল আৰু নিজৰ শক্তি সামৰ্থ্যই তেওঁলোকক সুবিধা গ্ৰহণৰ যোগ্যতাও দিছিল। তেওঁলোকে স্থাপন কৰা ৰাজ্য শেহত বিৰাট আৰু সমৃদ্ধিশালী হৈছিল।

এইসকলৰ দৰে যিসকল শাসকে নিজৰ শক্তি আৰু সাহসেৰে সকলো বাধাবিঘিনি অতিক্ৰম কৰিব পাৰিছিল তেওঁলোকেই নিজক সুপ্ৰতিষ্ঠিত কৰি ৰাখিব পাৰিছিল। পৰিস্থিতিৰ প্ৰভাৱ আৰু নিজৰ নিৰাপত্তাৰ বাবে বাধ্য হৈ প্ৰবৰ্ত্তন কৰিব লগা হোৱা শাসননীতি আৰু বিধানবোৰৰপৰাই বিশেষকৈ তেওঁলোকৰ বাধাবিঘিনিৰ উদ্ভৱ হৈছিল। শাসনসংস্কাৰতকৈ বেছি জটিল সমস্যা নাই; এই জটিলতাই উদ্ভাৱন আৰু প্ৰয়োগৰ স্তৰতে দেখা দিয়ে। এই সংস্কাৰ-প্ৰৱৰ্ত্তনৰ দ্বাৰা যিসকলৰ হানি হয় তেওঁলোক বিক্ষুব্ধ হয় আৰু যিসকলে ইয়াৰপৰা সুবিধা গ্ৰহণৰ সম্ভাৱনা দেখে তেওঁ-

লোকে লেজত ধৰি বল নিদিয়াকৈ সমৰ্থন জনায়। সংস্কাৰমূলক ব্যৱস্থাৰ প্ৰতিৰোধৰ কাৰণ আংশিকভাৱে যিসকলে এই সংস্কাৰ সমৰ্থন কৰে সেইবিলাকৰ প্ৰতি ভয় আৰু আংশিকভাৱে মানুহৰ স্বাভাৱিক সংৰক্ষণ-শীলতা আৰু পৰিবৰ্ত্তনৰ প্ৰতি সংশয়াচ্ছন্ন মনোবৃত্তি। সংস্কাৰ-প্ৰৱৰ্ত্তনৰ ওপৰত আক্ৰমণ দলীয় আনুগত্যৰ উন্মাদনাই প্ৰৰোচিত কৰে, যিসকলে সমৰ্থন কৰে তেওঁলোকো এই সংস্কাৰ-প্ৰৱৰ্ত্তনৰ সাফল্যত সন্দেহমুক্ত নহয়। গতিকে সংস্কাৰক কোনোটো পক্ষৰেপৰা বিপদমুক্ত নহয়।

সংস্কাৰ-প্ৰৱৰ্ত্তনৰ সফলতা বা বিফলতা নিৰ্ভৰ কৰে সংস্কাৰকে কি পৰিমাণে তাক জাপি দিব পাৰে নাইবা এই বিষয়ত কি পৰিমাণে আনৰ সমৰ্থন আৰু স্বীকৃতিৰ প্ৰয়োজন হয়। পিচৰ পৰিস্থিতিত তেওঁ বেছি-দূৰ অগ্ৰসৰ হব নোৱাৰে। প্ৰথমটোত হলে সাফল্য প্ৰায় নিশ্চিত। শক্তি-মন্ত আৰু সম্বলবহুল সংস্কাৰ-প্ৰৱৰ্ত্তকেই সাধাৰণতে সফলকাম হয়, আশাবাদী আৰু সংশয়ী লোক বিফলমনোৰথ হয়। বুজোৱা-বঢ়োৱাৰ ফলত দিয়া সন্মতিৰ ক্ষেত্ৰত মানুহ সাধাৰণতে চঞ্চল। কোনো এটা নীতি সাময়িকভাৱে গ্ৰহণ কৰে, কিন্তু পিছমুহূৰ্ত্ততে তাত বিশ্বাস নোহোৱা হয়। শাসকে কোনো এটা নীতি গ্ৰহণ কৰাৰ পিচত সমৰ্থন কমি যোৱা যেন দেখিলেও তাক জোৰেৰে প্ৰৱৰ্ত্তন কৰি ৰাখিবলৈ প্ৰস্তুত হব লাগে। মোজেজ, চাইৰাছ, থিছিউচ আৰু ৰোমিউলাছে এই শাসনভীতি নেদেখুওৱা হলে বেছিদিন ক্ষমতাত অধিস্থিত হৈ থাকিব নোৱাৰিবলেহেতেন। জন-মত বিৰুদ্ধে যোৱাৰ লগে লগে চেভোনাৰোলাৰ আৰু তেওঁৰ স্থাপিত অনুস্থান-বোৰৰ পতন হোৱা আমাৰ দিনতে দেখিছোঁহক। সংশয়ী আৰু বিৰুদ্ধা-চাৰীবোৰৰ বিপক্ষে প্ৰয়োগ কৰিবলৈ তেওঁৰ কোনো অস্ত্ৰশস্ত্ৰ নাছিল।

সমাজ-সংস্কাৰৰ প্ৰৱৰ্ত্তনত পদে পদে বাধা আছে। নেৰানেপেৰা চেষ্টাইহে ইয়াক সফল কৰিব পাৰে। কিন্তু এবাৰ বিক্ষোভ আৰু প্ৰতিৰোধ প্ৰশমিত হলে পিছলৈ এনে সংস্কাৰৰ কাৰণে সংস্কাৰক পথপ্ৰদৰ্শকহিচাবে শ্ৰদ্ধা, স্নেহ, নিৰাপত্তা, সন্মান আৰু সন্তোষৰ পাত্ৰ হয়।

মই আটাইতকৈ বেছি প্ৰসিদ্ধ শাসকসকলৰ দৃষ্টান্ত উল্লেখ কৰিছোঁ। এতিয়া মই আপাততঃ অখ্যাত এজনৰ বিষয়ে কম। সেইবিলাকৰ তুলনাত অৱশ্যে একেবাৰে নিকৃষ্ট নহয় আৰু অইন কেতবোৰৰ লগত সমতুল্যই:— এইজন হৈছে ছিৰাকুজৰ হিয়েৰো। তেওঁ ৰাজ্যৰ অধিপতি হোৱাৰ আগতে কোনো বিশেষ পদবীত অধিস্থিত নাছিল আৰু ঘটনাপ্ৰৱাহে তেওঁক যিদৰে সহায় কৰিছিল সেই পৰিমাণে ভাগ্যৰো অনুগ্ৰহ পোৱা নাছিল। ছিৰাকুজ বিপন্ন হ'লত তেওঁ সৈন্যবাহিনীৰ অধিনায়ক হয় আৰু সৈন্যবাহিনী

পৰিচালনাত তেওঁ ইমান কৃতকাৰ্য্য হ'ল যে সেয়ে অকলে তেওঁক সিংহাসনৰ যোগ্য প্ৰতিপন্ন কৰিলে। কিন্তু তেওঁৰ ব্যক্তিগত জীৱনতো এনে কিছুমান গুণ ওলাই পৰিছিল যিবিলাকে জাষ্টিনক তেওঁৰ সম্পৰ্কে এইদৰে লিখিবলৈ প্ৰেৰণা দিছিল—"তেওঁৰ ৰাজচৰিত্ৰৰ সকলো লক্ষণেই আছিল, মাত্ৰ ৰাজ্যহে নাছিল।"

ছিৰাকুজৰ শাসনকৰ্ত্তা হৈ তেওঁ আগৰেপৰা থকা সৈন্যবাহিনী ভাঙি দিছিল আৰু তাৰ ঠাইত এটা নতুন আদৰ্শত সৈন্যবাহিনী সংগঠিত কৰিছিল। পুৰণি বন্ধু-বান্ধৱসকল লাহে লাহে এৰি দিছিল আৰু নতুন অনুগত বন্ধু-বান্ধৱৰ দল এটা গঢ়ি তুলিছিল। এইদৰে অনুগত নতুন বন্ধু-বান্ধৱৰ দল আৰু ৰাজভক্তিপৰায়ণ সৈন্যবাহিনী হাতৰ মুঠিত লৈ সুস্থিৰ ভেটিত ৰাজ্য প্ৰতিষ্ঠা কৰিব পাৰিছিল, আৰু যদিও ক্ষমতা লাভত অশেষ কষ্ট বৰণ কৰিব লগা হৈছিল, তথাপি পিচত নিৰাপদে ভোগ কৰিব পাৰিছিল।

৭

## অন্যৰ অনুগ্ৰহত নাইবা ভাগ্যৰ ফলত হোৱা ৰজাসকল

নিজৰ কোনো পুৰুষাৰ্থ নোহোৱাকৈ অকল ভাগ্যৰ বলত অনুকূল পৰিৱেশৰ সহায় লৈ যিসকল লোক ক্ষমতাত অধিষ্ঠিত হয় তেওঁলোকৰ পথ অতি সুগম। তেওঁলোকৰ বিপদ আৰম্ভ হয় ক্ষমতা লাভ কৰাৰ পিছত। তেওঁলোকে ধনৰ বলত ৰাজ্য ক্ৰয় কৰিব পাৰে নাইবা অন্য শক্তিয়ে তেওঁলোকক স্থাপন কৰিব পাৰে। এইসকলৰ ভিতৰত এচিয়া মাইনৰ অঞ্চলত অৱস্থিত গ্ৰীচৰ নগৰবিলাকত ডেৰিয়াছৰ সাম্ৰাজ্য ৰক্ষা কৰিবলৈ নিয়োগ কৰা শাসনকৰ্ত্তাবিলাক পৰে। সৈন্যবাহিনী হাত কৰি সাধাৰণ নাগৰিকৰপৰা ক্ষমতা হস্তগত কৰি হোৱা ৰোমৰ সম্ৰাটসকলো এই শাৰীতে পৰে। যিসকলে এওঁলোকক ক্ষমতাত অধিষ্ঠিত কৰিছিল সেইসকলৰ সদিচ্ছা আৰু প্ৰভাৱৰ ওপৰতে এই শাসনকৰ্ত্তাসকল নিৰ্ভৰ কৰিবলগীয়া হয়। সদিচ্ছা আৰু প্ৰভাৱ দুয়োটাই অতি অস্থায়ী, আৰু এই ক্ষমতাত অধিষ্ঠিত হোৱাসকলে নিজৰ অযোগ্যতা আৰু অক্ষমতাৰ বাবে আধিপত্য হেৰুৱাব লগাত পৰে। অসাধাৰণ শক্তিসম্পন্ন নহলে আপাততঃ নিকৃষ্ট অৱস্থাৰপৰা ওপৰলৈ উঠা এনে ব্যক্তি স্বাভাৱিকতে শাসকহিচাবে অযোগ্য হব, কাৰণ তেনে লোকৰ নেতৃত্বৰ অভিজ্ঞতা নাই; আৰু শক্তিহীন হব, কাৰণ তেওঁক সমৰ্থন কৰিবলৈ আনুগত্য থকা সৰহসংখ্যক বন্ধু-বান্ধৱ নাথাকে। তাৰ উপৰিও এই ধৰণৰ ৰাজ্যবোৰ অতি সোনকালে ডাঙৰ হোৱা উপৰুৱা শিপাযুক্ত গছ-গছনিৰ দৰে। এইবোৰ ওপৰ-গধুৰ হয় আৰু ধুমুহাৰ প্ৰথম হেঁচাতেই বাগৰি পৰে।

কিন্তু এনেকুৱা দৃষ্টান্তও কেতবোৰ আছে, য'ত কোনো ব্যক্তিৰ সামৰ্থ্য তেওঁ ভোগ কৰা ভাগ্যফলৰ দৰেই প্ৰৱল আৰু এনে ধৰণৰ লোকে ক্ষমতাত অধিষ্ঠিত হৈ তৎক্ষণাৎ সংৰক্ষণৰ বাবে প্ৰয়োজনীয় সকলো ব্যৱস্থা হাতত লয়।

আমাৰ দিনতে হোৱা দুটা পটন্তৰ লোৱা যাওক, এজন হ'ল মিলানৰ ফ্ৰান্‌চেস্কো স্ফোৰ্জা। তেওঁ নেৰনেপেৰাভাৱে আৰু দৃঢ়তাৰে শক্তি প্ৰয়োগ কৰি মিলানৰ অধিপতি হ'ল আৰু এই আধিপত্য ৰক্ষা কৰিলে। আনজন হ'ল ছিজাৰে বোৰ্জিয়া, তেওঁক ভেলেণ্টিনইজৰ ডিউকো বুলিছিল। তেওঁ পিতাক পোপ ষষ্ঠ আলেকজেণ্ডাৰৰ ধন আৰু প্ৰভাৱৰ বলত ক্ষমতাৰ

শিখৰত আৰোহণ কৰিছিল আৰু পিতাকৰ মৃত্যুৰ লগে লগে আটাইবোৰ হেৰুৱালে। নিজৰ সৈন্যবল আৰু পৰৰ অনুগ্ৰহৰপৰা পোৱা ৰাজ্যত সুপ্ৰতিষ্ঠিত হবৰ কাৰণে এজন জ্ঞানী আৰু কাৰ্য্যক্ষম মানুহে যিখিনি কৰিব পাৰে গোটেইখিনি তেওঁ কৰিছিল, কিন্তু তথাপি তেওঁ সেই ক্ষমতা, সেই ৰাজ্য একো ৰাখিব নোৱাৰিলে। পিচে তেওঁ আছিল অন্য ৰকমৰ। তেওঁ ভগৱানপ্ৰদত্ত প্ৰত্যেক পাইটোকে অতি যত্ন আৰু কৌশলেৰে সংৰক্ষণ কৰিছিল। মই ওপৰত কৈ অহাৰ দৰে কোনো লোকে ভেটিসম্পৰ্কে কোনো দায়িত্ব নোলোৱাকৈ তাৰ ওপৰত নিৰ্ম্মাণ কৰিব ধৰা ঘৰটো হাতত লব পাৰে আৰু যদি তেওঁৰ দক্ষতা থাকে তেন্তে ঘৰ আৰু বাটে কাৰো বিপদ নোহোৱাকৈ ইয়াৰ কাম কৰিব পাৰে। তেওঁৰ জীৱনৰ ঘটনাৱলীয়ে দেখুৱাই দিয়ে যে তেওঁ এইসম্পৰ্কে সজাগ আছিল আৰু সুন্দৰ ভৱিষ্যতৰ বাবে প্ৰয়োজনীয় ভেটি সুদৃঢ় কৰি ৰাখিছিল। এই বিষয়ে মই আলোচনা কৰিম, কাৰণ হব খোজা শাসনকৰ্ত্তা এজনৰ বাবে ডিউকৰ পদানুসৰণ কৰাৰ বাহিৰে কাৰ্য্যকৰী নীতি মইও ভাবি উলিয়াব পৰা নাই। তেওঁৰ পতনৰ কাৰণ তেওঁ হাতত লোৱা ব্যৱস্থা বা কাৰ্য্যাৱলী নাছিল, আচৰিত আৰু অপ্ৰত্যাশিত দুৰ্ভাগ্যহে তেওঁৰ পতনৰ কাৰণ হৈছিল।

ষষ্ঠ আলেকজেণ্ডাৰে পুতেকক ওপৰৰ শাৰীলৈ তোলোঁতে যথেষ্ট জটিল সমস্যাৰ সন্মুখীন হৈছিল। সেই সমস্যাবোৰৰ সমাধানসম্পৰ্কে ভৱিষ্যতে আলোচনা কৰা যাব। ছিজাৰেৰ কাৰণে ৰাজ্য প্ৰতিষ্ঠা কৰোতে তেওঁ একমাত্ৰ উপায় অৱলম্বন কৰিছিল গীৰ্জাৰ (পোপৰ) তলত থকা ৰাজ্যখনৰপৰা একো একো খণ্ড কাটি অনা, আৰু এই প্ৰচেষ্টাত তেওঁ মিলান আৰু ভেনিছৰপৰা প্ৰৱল বাধা পাইছিল। ফিন্‌জা আৰু ফোৰ্লি সেই সময়ত ভেনিছৰ সংৰক্ষণত আছিল, আৰু ইটালিত থকা তেওঁৰ সৈন্যবাহিনী এনে লোকৰ তলত আছিল যিবিলাকে পোপৰ ঐহিক সাম্ৰাজ্য বিস্তাৰৰ বিপক্ষতা কৰিছিল। এওঁলোক আছিল ওৰ্চিনি, কোলোন্না আৰু তেওঁ-লোকৰ মিত্ৰপক্ষসকল।

সেই কাৰণে তেওঁ উপলব্ধি কৰিলে যে তেওঁ নিশ্চয় এই বিবাদৰ পক্ষ বা দল ওলট-পালট কৰিব লাগিব যাতে অন্ততঃ এটা অংশৰ ওপৰত তেওঁৰ প্ৰভুত্ব বিস্তাৰ হয়। প্ৰথম খোজতে তেওঁৰ কাম আশা কৰাতকৈও উজু হৈ পৰিল। ভেনিছিয়ানসকলে তেওঁক বিজড়িত নকৰাকৈয়ে দ্বাদশ লুইৰ ইটালি আক্ৰমণ সংঘটিত কৰালে। ষষ্ঠ আলেকজেণ্ডাৰে ফ্ৰান্সৰ ৰজাৰ বিৰোধিতাতো নকৰিলেই বৰং তেওঁৰ ঘৈণীয়েকৰ লগত বিবাহ-বিচ্ছেদৰ সন্মতি দি তেওঁৰ পক্ষ সমৰ্থনহে কৰিলে।

ভেনিছিয়ানসকলৰ সহায়ত আৰু পোপৰ সমৰ্থনত ৰজাই ইটালি আক্রমণ কৰিলে আৰু মিলান দখল কৰি উঠিয়ে ৰোমানা অবৰোধৰ কাৰণে সৈন্যবাহিনীক পোপৰ অধীনত দি দিলে। দেশখনত ৰজা সুপ্রতিষ্ঠিত নোহোৱা হলে তেওঁ এই ব্যৱস্থা লব নোৱাৰিলেহেতেন। কোলোন্নাপক্ষক পৰাজয় কৰি ৰোমানাৰ অধিপতি ডিউক পৰাভূত ৰাজ্যবোৰক একত্রিত কৰি শাসন কৰাত আৰু উত্তৰোত্তৰ ৰাজ্যবিস্তাৰ কৰাত দুটা অন্তৰায়ৰ সন্মুখীন হব লগাত পৰে। এটা হ'ল যাৰ সামৰিক সহায়ৰ দ্বাৰা তেওঁ বিজয়ী হৈছিল আৰু যাৰ সহায় নাপালে জয় কৰা ৰাজ্যবোৰ সংৰক্ষণ কৰা টান—নতুন ৰাজ্য জয় কৰাৰ কথাই নাই—সেই ওর্চিনিপক্ষৰ তেওঁৰ প্রতি সন্দেহ-জনক আনুগত্য আৰু আনটো হ'ল অতি প্রয়োজনীয় সত্বেও লাহে লাহে হ্রাস হৈ অহা ফ্রান্সৰ ৰজাৰ সমৰ্থন।

তেওঁ ওর্চিনিসকলৰ আনুগত্যত সন্দেহ কৰিবলগীয়া হ'ল যেতিয়া ফিঞ্জা দখল কৰাৰ পাচত তেওঁ বোলোনা আক্রমণ কৰিবলৈ গল আৰু ওর্চিনি সৈন্যসকলৰ নিৰুৎসাহ ভাবৰ কাৰণেই সেই অভিযানত তেওঁ বোলোনাৰ শাসকৰ লগত সন্ধি কৰিবলৈ বাধ্য হ'ল। উৰ্ব্বিনো দখল কৰাৰ পিচত যেতিয়া তেওঁ টাস্কেনিত অনুপ্রৱেশ কৰিলে তেতিয়া ফ্রান্সৰ ৰজাই তেওঁৰ প্রতি বিৰূপ মনোভাব ললে আৰু ফলত তেওঁ সেই অভিযান পৰিত্যাগ কৰিবলৈ বাধ্য হ'ল। এইবিলাক অভিজ্ঞতাৰপৰা তেওঁ উপলব্ধি কৰিলে যে আনৰ শক্তি বা প্রভাৱৰ ওপৰত তেওঁ আৰু নিৰ্ভৰ কৰিব নোৱাৰে।

সেই কাৰণে তেওঁ ৰোমত ওর্চিনি আৰু কোলোন্নাপক্ষীয়সকলৰ সংহতি ভাঙিবলৈ মন মেলিলে আৰু দুয়ো পক্ষৰে বিষয়াসকলক মুক্তহস্তে পুৰস্কাৰ, ৰাজকীয় সন্মান, সৈনিক ক্ষমতা আৰু শাসকৰ ক্ষমতা দি হাত কৰি ললে, আৰু কেইমাহমানৰ ভিতৰতে এওঁলোক নিজৰ মাজত থকা পাৰস্পৰিক বিৰোধ পাহৰি তেওঁৰ প্রতি অনুগত হৈ পৰিল। কোলোন্না-বাহিনীক ছেদেলি-ভেদেলি কৰি দি তাৰ কিছুদিন পিচতে ওর্চিনি-বাহিনীৰ নায়কসকলক অপসৰণ কৰিবলৈ সৌভাগ্যক্রমে পোৱা ঘটনা এটাৰ সুযোগ তেওঁ গ্রহণ কৰিলে।

ওর্চিনিসকলে পলমকৈ হলেও বুজিব পাৰিলে যে পোপ আৰু তেওঁৰ পুতেক ডিউকৰ সাময়িক আধিপত্যই তেওঁলোকৰ সৰ্বনাশ সাধন কৰিব, আৰু এই বিষয়ে চিন্তা কৰি এটা সিদ্ধান্ত লবলৈ স্বাৰ্থজড়িতসকলক লগত লৈ পেৰুজিয়াত এখন সভা আহ্বান কৰিলে। ইয়াৰ পৰিণতিহিচাবে উৰ্ব্বিনোত বিদ্রোহ হ'ল আৰু সমগ্র ৰোমানাত সংঘৰ্ষ আৰম্ভ হ'ল। ডিউকৰ জীৱনৰ এটা সন্ধিক্ষণ উপস্থিত হ'ল। ফৰাছীসকলৰ সহায়ত

অৱশেষে তেওঁ এই বিদ্ৰোহ দমালে। কিন্তু তেওঁ ফৰাছীসকলক বা আন কোনো বাহিৰৰ শক্তিক বিশ্বাস নকৰিলে। তেওঁ নিজৰ বুদ্ধি আৰু সামৰ্থ্যৰ ওপৰত নিৰ্ভৰ কৰিলে। তেওঁৰ এই মনোভাৱ ইমান গোপনে ৰাখিছিল যে ওৰ্চিনিসকলে আৰু বিশেষকৈ তেওঁলোকৰ নায়ক পল (পাউলো) ওৰ্চিনিয়ে তেওঁৰ লগত এটা আপোচ-মীমাংসা কৰাৰ কাৰণেহে চেষ্টা কৰিলে। ডিউকে তেওঁলোকৰ মনত বন্ধুত্বৰ বিশ্বাস জন্মাবৰ কাৰণে সকলো সুযোগ ললে আৰু টকা-পইচা, ঘোঁৰা, মণিমুক্তা আদি মুক্তহস্তে বিতৰণ কৰি চিনিগেগুলিয়াত তেওঁলোকক জালত পেলালে। তাত তেওঁলোক শলঠেকত পৰিল, তলতীয়া কৰ্ম্মচাৰীসকলে বাধ্য হৈ আত্মসমৰ্পণ কৰিলে আৰু ৰোমানাত তেওঁৰ আধিপত্য সুপ্ৰতিষ্ঠিত হ'ল। তেওঁ সমগ্ৰ ৰোমানা দখল কৰিলে আৰু দেখা গ'ল যে তেওঁৰ অধীনত প্ৰজাসকলৰো অৱস্থা টনকিয়াল হৈছিল কাৰণে প্ৰজাবৰ্গইও তেওঁৰ পক্ষকে ললে।

এই কথাটো অলপ বহলাই ব্যাখ্যা কৰা যুগুত। ডিউকৰ দখলৰ আগতে ৰোমানাখন ভালেমান সৰু সৰু নায়কে শাসন কৰিছিল আৰু সুশাসনৰ পৰিবৰ্ত্তে নিষ্পেষণ, আৰু জোৰ-জুলুমে ঠাই পাইছিল। এই শাসকসকলৰ মাজত আঁৰিয়াআঁৰিৰ কাৰণে প্ৰকাৰান্তৰে বিশৃঙ্খলা, অৰাজকতা আৰু অশান্তিয়ে দেশ ছানি পেলাইছিল। তেওঁ উপলব্ধি কৰিছিল যে অকল নিয়মিত সুশাসনেহে দেশখন তেওঁৰ আয়ত্তত আনিব পাৰিব। সেই উদ্দেশ্যে তেওঁ ৰূঢ় আৰু কৰ্ম্মঠ শাসক ডি অৰ্কোক জীৱন মৰণৰ ক্ষমতা দি তাৰ শাসনকৰ্ত্তা পাতিলে। ডি অৰ্কোৱে অতি কম সময়ৰ ভিতৰতে এনে ভাবে বজ্ৰকঠিন হাতেৰে সকলো বিশৃঙ্খলা মষিমূৰ কৰিলে আৰু প্ৰজাবৰ্গৰ মাজত এনে আতঙ্কৰ সৃষ্টি কৰিলে যে তাত আৰু কঠোৰ ব্যৱস্থাৰ প্ৰয়োজন নাই, বৰং আৰু অধিক কাল এইদৰে চলিব দিলে বিদ্ৰোহ হোৱাৰহে সম্ভাবনা। তেতিয়া ডিউকে প্ৰত্যেকখন নগৰতে একোজন সহকাৰী দি গোটেই দেশখনৰ শাসনভাৰ এজন বেসামৰিক বিচাৰপতিৰ অধীনত দিলে। যিহেতুকে ডি অৰ্কোৰ কঠোৰ আৰু বিবেচনাহীন ব্যৱস্থাই ৰাইজৰ মাজত বিক্ষোভৰ সৃষ্টি কৰিছিল, ডিউকে তাক উপশম কৰাৰ উপায় উলিয়ালে আৰু এইটো ৰাইজৰ মাজত প্ৰতীয়মান কৰালে যে ডি অৰ্কোহে ইয়াৰ বাবে জগৰীয়া, তেওঁ নিজে নহয়। ইয়াক প্ৰমাণ কৰিবলৈ আৰু ৰাইজক পতিয়ন নিয়াবলৈ এদিন পুৱা ডি অৰ্কোক ধৰাই আনি চেচেনাৰ প্ৰধান কাৰাগাৰত বন্দী কৰি ললে। এই কূটনৈতিক ব্যৱস্থাই প্ৰজাসকলক শান্ত কৰিলে আৰু আনহাতে আতঙ্কও দিলে।

আগৰ প্ৰসঙ্গলৈ উভতি যাওঁ। উল্লেখ কৰি অহা হৈছে যে ডিউক এনে অৱস্থাত উপনীত হ'ল যে তেওঁ সাময়িকভাবে নিৰাপত্তা অনুভৱ কৰিলে। তেওঁৰ নিজা সৈন্যবাহিনী হ'ল আৰু তেওঁ ওচৰৰ শক্তিসকলক পৰাভূত কৰি বশ কৰিলে। অধিক ৰাজ্য বিস্তাৰ কৰাত তেওঁৰ একমাত্ৰ অন্তৰায় আছিল ফ্ৰান্সৰ ৰজা। ফ্ৰান্সৰ ৰজাই অতি পলমকৈ হলেও নিজৰ ভুল বুজি পালে আৰু ডিউকৰ ৰথচক্ৰ পাৰ হব নোৱাৰাকৈ বৰ্জিয়াত বাধা প্ৰদান কৰিলে। গতিকে ডিউকেও ফ্ৰান্সৰ লগত বুজাবুজিৰ উৎসাহ কমাই আনিলে আৰু নতুন সহায়ৰ অন্বেষণত মনোযোগ দিলে। গার্ডাখন সেই সময়ত স্পেইনে অৱৰোধ কৰিছিল। ফ্ৰান্সে গার্ডা বিমুক্ত কৰিবলৈ চেষ্টা চলালে। ডিউকে এই সুযোগত ফ্ৰান্সৰ লগত বুজাবুজিৰ চেষ্টা নকৰি ডিউকে স্পেইনৰ সমৰ্থন আশা কৰি নতুন চেষ্টা চলালে আৰু এই সন্ধিক্ষণত পোপৰ মৃত্যু নোহোৱা হলে তেওঁ কৃতকাৰ্য্যও হ'লহেতেন।

দৈনন্দিন ঘটনা প্ৰৱাহৰ সন্মুখীন হবলৈ ডিউকে এইদৰে ব্যৱস্থা হাতত লৈছিল। তেওঁৰ ভৱিষ্যত সমৃদ্ধি নিৰ্ভৰ কৰিছিল উত্তৰাধিকাৰীসূত্ৰে পোপৰ গাদী দখল কৰাটোৰ ওপৰত আৰু ষষ্ঠ আলেকজেণ্ডাৰে তেওঁৰ কাৰণে লৈ যোৱা সম্পত্তিত হাত দিবলৈ চেষ্টা কৰা আন এজন পোপক সম্ভাব্য বিৰোধিতাৰপৰা আঁতৰোৱাটোত। এই পৰিস্থিতিৰ সন্মুখীন হবলৈ তেওঁৰ সন্মুখত চাৰিটা বিকল্প পথ আছিল। প্ৰথমটো আছিল তেওঁ পৰাভূত কৰা সকলো ৰাজ পৰিয়ালক নিঃশ্চিহ্ন কৰি দিয়া, দ্বিতীয় হ'ল বিৰোধী পোপৰ সমৰ্থন নোপোৱা কৰি ৰোম নগৰীৰ সকলো উচ্চবংশীয় লোকৰ নিশ্চিত সমৰ্থনলাভ, তৃতীয়টো আছিল পোপ নিৰ্ব্বাচকমণ্ডলীৰ অধিকাংশ নিৰ্ব্বাচকৰ ওপৰত অধিক প্ৰভাৱ বিস্তাৰ কৰা, আৰু চতুৰ্থটো বিকল্প পথ আছিল পিতাকৰ মৃত্যুৰ আগতে অধিকাৰ কৰা ৰাজ্যবোৰ সুদৃঢ়ভাবে অধীনত ৰখা আৰু নতুন ৰাজ্য অধীনলৈ অনা, যাতে শত্ৰুৰ প্ৰথম খুন্দা ওফৰাই দিবলৈ তেওঁ সময় আৰু অৱকাশ পায়।

ষষ্ঠ আলেকজেণ্ডাৰৰ মৃত্যুৰ সময়ত প্ৰথম তিনিটা পন্থা অৱলম্বন কৰি কাৰ্য্যত পৰিণত কৰা হৈছিল আৰু চতুৰ্থটো কৃতকাৰ্য্যতাৰে আৰম্ভ কৰা হৈছিল। তেওঁ হাতত পৰা সকলো শাসককেই বধ কৰিছিল, তেওঁৰ হাতৰ-পৰা পলাই সাৰি থকা শাসক কেইজনমানহে আছিল। ৰোমৰ উচ্চবংশৰ লোকসকল তেওঁৰ পক্ষতে থাকিল। আৰু নিৰ্ব্বাচকমণ্ডলীৰো অধিকাংশ লোকৰ সমৰ্থন তেওঁ পাইছিল।

ক্ষমতা প্ৰসাৰণৰ ক্ষেত্ৰত টাস্কেনি পৰাভূত কৰিবলৈ তেওঁ মন মেলিলে। পেৰুজিয়া আৰু পিয়ম্বিনো তেওঁৰ দখললৈ আহিছিলেই। ফ্লোৰেন্সৰ

বিৰুদ্ধে বিদ্রোহ ঘোষণা কৰা পিছা তেওঁৰ আশ্রয়প্রার্থী হৈছিল। ফৰাচী ৰাজ্য নেপ্‌লছ স্পেইনৰ হাতলৈ যোৱাত উভয় শক্তিয়ে তেওঁৰ মিত্রতা বিচৰাৰ সুযোগ লৈ, সকলো নিয়ন্ত্রণ অৱজ্ঞা কৰি তেওঁ পিছা দখল কৰি পেলালে। তাৰ পিচতে লুকা আৰু ছিয়েনা অৰ্দ্ধেক ভয়ত আৰু অৰ্দ্ধেক ফ্লোৰেন্সক অপমান কৰা ভাবত তেওঁৰ অধীনলৈ আহিল। ফ্লোৰেন্স হতাশ হৈ আলেকজেণ্ডাৰৰ মৃত্যুৰ বছৰতেই নিশ্চয় ডিউকৰ অধীনলৈ আহিল-হেতেন। এই জয়ৰ পাছত তেওঁৰ শক্তি আৰু সম্মান ইমান বাঢ়িলহেতেন, যে তেওঁ নিজৰ শক্তি আৰু সামৰ্থ্যৰ ওপৰত নিৰ্ভৰ কৰি সমৃদ্ধিশালী হ'ল-হেতেন আৰু বাহিৰা শক্তিৰ সহায় নিষ্প্রয়োজন হৈ উঠিলহেতেন।

কিন্তু আলেকজেণ্ডাৰ ঢুকাল। চিজাৰে ক্ষমতালাভৰ বাবে প্রয়াস কৰাৰ মাত্র পাঁচ বছৰৰ পিচতে তেওঁ ঢুকাল। পোপৰ মৃত্যুৰ সময়ত মাত্র ৰোমানা-খনত তেওঁৰ সুদৃঢ় আধিপত্য আছিল, দখল কৰা বাকী ৰাজ্যবোৰৰ ওপৰত নিয়ন্ত্রণ বৰ দৃঢ় নাছিল, আৰু দুটা ক্ষমতাশালী পৰস্পৰ-বিৰোধী শক্তিৰ মাজত এই ৰাজ্যবোৰ পেপুৰা লাগি আছিল। তাৰোপৰি সেই সময়ত তেওঁ জীৱিত নহৈ মৃত অৱস্থাত থকাৰ দৰে থাকিলেও ৰোমত তেওঁৰ দেহ অদমনীয় শক্তি, মিত্র আৰু শত্রুৰ প্রতি আচৰণত বিস্ময়কৰ চতুৰালি, অতি কম সময়তে গঢ় দিয়া ৰাজনৈতিক বুনিয়াদ আদিয়ে তেওঁক ক্ষমতাত সুপ্রতিষ্ঠিত কৰি ৰাখিলেহেতেন, যদিহে সেই সময়ত তেওঁ শকত নৰিয়াত আক্রান্ত হৈ নাথাকিলহেতেন আৰু সেই উপদ্বীপত দুটা প্রৱল বিদেশী সেনাবাহিনী উপস্থিত নহলহেতেন।

তেওঁৰ ক্ষমতাৰ পৰিস্থিতি ঘটনাচক্রই নিয়ন্ত্রণ কৰিছিল। নতুন পোপৰ নিৰ্ব্বাচনৰ পিচতো ৰোমানা এমাহ কাল তেওঁৰ অনুগত হৈ আছিল। তেওঁ জীৱিত নহৈ মৃত অৱস্থাত থকাৰ দৰে থাকিলেও ৰোমত তেওঁৰ দেহ নিৰাপদ আছিল আৰু তেওঁৰ মনোনীত প্রাৰ্থীক চেইণ্টপিটাৰ গীৰ্জাৰ অধ্যক্ষ পদৰ বাবে বিজয়ী কৰিব নোৱাৰিলেও তেওঁৰ প্রতিদ্বন্দ্বীক পৰাজয় কৰিব পাৰিলেহেতেন। আলেকজেণ্ডাৰৰ মৃত্যুৰ সময়ত তেওঁ ভালে সুস্থিৰে থকাহেতেন তেওঁৰ ভয় কৰিবলগীয়া একো নাছিল। দ্বিতীয় জুলিয়াছৰ নিৰ্ব্বাচনৰ দিনা তেওঁ মোক নিজে কৈছিল যে পিতাকৰ মৃত্যুত ঘটিব পৰা সকলো ভৱিতব্য বিপৰ্য্যয়কে তেওঁ নিবাকৰণ কৰিব পাৰিছে আৰু তাৰ প্রতিকাৰৰ উপায়ো ঠিক কৰি ৰাখিছে, যদিহে তেওঁ সম্ভাব্য উৎকট নৰিয়াত নপৰে।

যদি ডিউকৰ সকলো কাৰ্য্যক্রম তেওঁৰ পৰিকল্পিত নীতিৰ এক এক পৰ্য্যায় বুলি বিবেচনা কৰা হয়, তেন্তে তাৰ বিৰূপ সমালোচনাৰ অৱকাশ

নাই। প্ৰকৃততে যিসকল উচ্চাকাঙ্ক্ষী লোকে ঘটনা-প্ৰৱাহৰ ভাগ্যচক্ৰত নাইবা আনৰ কান্ধৰ ওপৰেদি বগাই ক্ষমতাত অধিস্থিত হৈছে সেইসকলক মই এইজনা ডিউকৰ পটন্তৰ দি আহিছোঁ। ইমান প্ৰৱল আকাঙ্ক্ষা আৰু দূৰদৰ্শিতা থকা লোক হৈ এওঁ অন্য প্ৰকাৰে বাট বুলিব নোৱাৰিলেহেতেন। চেইণ্ট পিটাৰৰ সিংহাসনত আলেকজেণ্ডাৰৰ অল্পকালীন অধিস্থান আৰু তেওঁৰ নিজৰ কঠিন ৰোগ উভয়ে তেওঁৰ পতন আনয়ন কৰিলে।

সাধাৰণ অৱস্থাৰপৰা ক্ষমতাত প্ৰতিষ্ঠিত হোৱা শাসকসকলে যদি শত্ৰুক পৰাভব কৰিব নাইবা মিত্ৰলাভ কৰিব খোজে, কূটনৈতিক চতুৰালি আৰু শক্তি-প্ৰয়োগৰ কোনটো লব তাক যদি নিৰ্দ্ধাৰণ কৰিব লগা হয়, প্ৰজাৰ আনুগত্য কামনা কৰিব নে বলেৰে দমন কৰিব, সেনাবাহিনীৰ কেনেকৈ শ্ৰদ্ধা আৰু আনুগত্যৰ পাত্ৰ হব, সম্ভাব্য নাইবা প্ৰকৃত শত্ৰুক কিদৰে অপসাৰণ কৰিব, শাসনযন্ত্ৰৰ কেনেকৈ সংশোধন কৰিব, মৰম, উদাৰতা আৰু পুৰস্কাৰ আদিৰে কেনেকৈ শৃংখলা আনয়ন কৰিব পাৰি, যুদ্ধৰ সামগ্ৰী আদিৰ উন্নতি আৰু সংশোধন কৰিবলৈ হলে আৰু যাতে মিত্ৰকালীয় সদিচ্ছা আৰু শত্ৰুকালীয় ভয় সঞ্চাৰ কৰিব পাৰে সেই উদ্দেশ্যে কি দৰে ৰজা আৰু আন আন শক্তিসমূহৰ লগত আচৰণ কৰিব লাগিব, ইত্যাদি জ্ঞান আয়ত্ত কৰিবলৈ হলে ডিউকৰ কাৰ্য্যপন্থা নিৰীক্ষণ আৰু অধ্যয়ন কৰাতকৈ ভাল আহি বিচাৰি পোৱা টান।

পোপ দ্বিতীয় জুলিয়াছক নিৰ্ব্বাচিত হবলৈ দি তেওঁ ভুল কৰিলে। এইটো তেওঁ ভালদৰে জনা উচিত আছিল। পৰিস্থিতি যিভাবে ঢাল খালে তাত যদিও তেওঁৰ মানুহ থিয় কৰাব নোৱাৰিলে, তেওঁ অন্ততঃ অকাম্য লোকসকলক বাহিৰত ৰাখিব পাৰিলেহেতেন। যিসকল লোকক যি কোনো কাৰণত তেওঁ অপকাৰ বা ক্ষতিগ্ৰস্ত কৰিছিল নাইবা যিসকল লোক নিৰ্ব্বাচিত হলে তেওঁক ভয় কৰিব, তেনে লোকক নিৰ্ব্বাচনত নামঞ্জুৰ কৰাবলৈ তেওঁ বুদ্ধি উলিয়াব লাগিছিল। ঘৃণা আৰু ভয়—উভয়ে মানুহক শত্ৰুতা আচৰণ কৰিবলৈ উদগায়। তেওঁ ক্ষতি সাধন কৰা অন্যান্য লোকৰ ভিতৰত আছিল কাৰ্ডিনেল জুলিয়ান (যিজনেই দ্বিতীয় পোপ জুলিয়াছ নিৰ্ব্বাচিত হয়), এস্কানিয়ো কোলোন্না, ৰাফেল ৰিয়াৰিয়ো আৰু এস্কানিয়ো স্ফোৰ্জা। ৰোহান আৰু স্পেইনদেশীয় কাৰ্ডিনেলসকলৰ বাহিৰে নিৰ্ব্বাচকমণ্ডলীৰ আনবিলাকে তেওঁক ভয় কৰিছিল। ফ্ৰান্সৰ ৰজাৰ মিতিৰ ৰোহান অধিক ক্ষমতাশালী থকা কাৰণে তেওঁৰ ডিউকক ভয় কৰিবলৈ কোনো কাৰণ নাছিল। স্পেনিয়াৰ্ডসকল ডিউকৰ দেশবাসী আৰু তেওঁৰ পৰিয়ালৰ ওচৰত বহুপ্ৰকাৰে ঋণী আছিল। এজন স্পেনিয়াৰ্ডক নিৰ্ব্বাচিত কৰিবলৈ

ডিউকে সকলো ব্যৱস্থা গ্ৰহণ কৰিব লাগিছিল, আৰু এজনকো নোৱাৰিলে, কাৰ্ডিনেল বোহানকে নিৰ্ব্বাচিত কৰাব লাগিছিল। তেওঁ জনা উচিত আছিল যে উচ্চ পদত উঠা লোকে নতুনকৈ লাভ কৰা অনুগ্ৰহতকৈ পুৰণি ক্ষতিৰ স্মৃতি বেছিকৈ মনত পাগুলিয়ায়। দ্বিতীয় জুলিয়াছৰ নিৰ্ব্বাচনত কৰা ভূলেই ডিউকৰ পতন সম্ভৱ কৰিলে।

৮

# শঠভাবে সিংহাসন অধিকাৰ কৰাসকলৰ বিষয়ে

ভাগ্য আৰু ক্ষমতাৰ বলত নহলেও ৰজা হোৱাৰ আৰু দুটা পন্থা আছে। কিন্তু সেই দুটা বাদ দিব নোৱাৰি। গণৰাষ্ট্ৰৰ বিষয়ে ইয়াত আলোচনা কৰা হলে তাৰে এটাৰ বিষয়ে আমি পুঙ্খানুপুঙ্খৰূপে আলোচনা কৰিব পাৰিলোঁহেতেন। সেয়ে হৈছে — যেতিয়া কোনোৰে নীচ বা অসদুপায় অৱলম্বন কৰি ৰজা হয়, নহলেবা কোনো সাধাৰণ নাগৰিকে তেওঁৰ লগৰীয়া নাগৰিকসকলৰ সহায়ত ৰাজসিংহাসনৰ অধিকাৰী হয়। প্ৰথমটোৰ বিষয়ে মই দুটা উদাহৰণ দিম। এটা প্ৰাচীন কালৰ আৰু আনটি আজিকালিৰ। অৱশ্যে সেই পন্থাটোৰ ভালবেয়া সম্পৰ্কে আলোচনা নকৰোঁ, কাৰণ যিবিলাকে তেনে উপায় অৱলম্বন কৰিব খোজে, তেওঁলোকৰ পক্ষে এই উদাহৰণেই যথেষ্ট হব বুলি মোৰ বিশ্বাস।

চিচিলিদেশীয় এগাথোক্লিজ আছিল অতি সাধাৰণ মানুহ। অকল সেয়ে নহয়। অতি তলখাপৰ আৰু অতি দৰিদ্ৰ আছিল তেওঁৰ জীৱন। সেই অৱস্থাৰপৰাই তেওঁ চিৰাকিউজৰ ৰজা হৈছিলগৈ। তেওঁ আছিল কুমাৰৰ ল'ৰা আৰু তেওঁৰ উন্নতিৰ প্ৰতিস্তৰতে তেওঁ দুষ্টালিকে অৱলম্বন কৰি চলিছিল। হলেও, দুষ্টালিৰ লগতে শৰীৰ আৰু মনৰ বলো আছিল প্ৰচুৰ আৰু তাৰ বলতে তেওঁ সৈন্যদলত ভৰ্ত্তি হৈ দোপতদোপে ওপৰলৈ উঠি শেহত চিৰাকিউজৰ অলপ তলখাপৰ শাসনকৰ্ত্তাৰ পদ পাইছিলগৈ। এই পদ পাই আৰু ওপৰলৈ উঠি একেবাৰেই ৰজা হোৱাটোকে ঠাৱৰ কৰি তেওঁ আইনমতে পোৱা পদ আৰু ক্ষমতা কাৰো সহায় নোলোৱাকৈ আৰু হিংসাৰে হলেও ৰক্ষা কৰিবলৈ সংকল্প কৰিলে। তেওঁৰ লগত চিচিলিত যুদ্ধ কৰা কাৰ্থেজীয় বীৰ হেমিলকাৰক মনৰ কথা ভাঙি কৈ এদিন পুৱা চিৰাকিউজৰ প্ৰজা আৰু শাসন-পৰিষদ সকলোকে মাতি আনি গণৰাষ্ট্ৰ-সম্পৰ্কীয় অতি লাগতিয়াল কিবা কথা আলোচনা কৰিবলৈহে যেন মাতিছে তেনেকৈ, সৈন্যবিলাকক গোপন সংকেত দি পৰিষদৰ সভ্যসকল আৰু ধনী ধনী মানুহবিলাকক বধ কৰালে। তেওঁলোকৰ মৃত্যুৰ পিছত, কোনো গৃহযুদ্ধ নোহোৱাকৈ নগৰ অধিকাৰ কৰিলে আৰু তাৰ শাসনদণ্ড নিজ হাতলৈ আনিলে। কাৰ্থেজীয়বিলাকে তেওঁক দুবাৰ পৰাজয় কৰি

শেহত অৱৰোধ কৰি ধৰিছিল যদিও, তেওঁ অকল নগৰ ৰক্ষা কৰাই নহয়, তাৰ উপৰিও, নগৰ-ৰক্ষাৰ কাৰণে তেওঁৰ সৈন্যদলৰ এটা অংশ তাতে এৰি, বাকীখিনিৰে আফ্রিকা আক্রমণ কৰিলেগৈ আৰু অতি কম সময়ৰ ভিতৰতে চিৰাকিউজক অৱৰোধৰপৰা মুক্তি দি, কাৰ্থেজীয়সকলক এনে কঠিন সমস্যাৰ সম্মুখীন কৰি তুলিলে যে, তেওঁলোকে এগাথোক্লিজৰ লগত সন্ধি কৰিবলৈ আৰু চিচিলিখন তেওঁক এৰি দি আফ্রিকাৰ অধিকৃত ঠাইখিনিকে লৈ ক্ষান্ত থাকিবলৈ বাধ্য হ'ল। গতিকে, কোনোবাই এই মানুহজনৰ কাৰ্য্যাৱলী আৰু গুণাগুণলৈ মন কৰিলে দেখা পাব যে, তাত ভাগ্যৰ প্ৰভাৱ নাই বুলিলেই হয়, কাৰণ, ওপৰত কৈয়ে আহিছোঁ, তেওঁ সৈন্যবাহিনীৰ পদবীৰপৰা হাজাৰ কষ্ট আৰু বিপদ-আপদৰ লগত যুদ্ধ কৰি ক্ৰমান্বয়ে আগ বাঢ়ি গৈ গৈহে শেহত ৰজা হৈছিলগৈ, কাৰো সহায় লৈ নহয়। সেই ৰাজত্বও তেওঁ নানা বিপদসংকুল অৱস্থাত অসীম সাহসেৰে ৰক্ষা কৰিছিল। একেলগৰ নাগৰিকসকলক বধ কৰা, বন্ধুসকলক বিশ্বাসঘাটকতা কৰা, কাৰো প্ৰতি বিশ্বাস নোহোৱাকৈ, পুতৌ নোহোৱাকৈ, ধৰ্ম্মহীনভাৱে থকাটো সদ্‌গুণৰ ভিতৰত ধৰিব নোৱাৰি। এইবিলাক উপায়েৰে কোনোবাই ক্ষমতা আৰ্জন কৰিব পাৰে, কিন্তু সুযশ আৰ্জন কৰিব নোৱাৰে। কাৰণ এগাথোক্লিজৰ বিপদৰ বিপক্ষে যুঁজ কৰা আৰু বিপদক পৰাজয় কৰাত যিখিনি গুণ প্ৰকাশ পায় বা উপস্থিত বাধাসমূহৰ সম্মুখীন হোৱা আৰু অতিক্ৰম কৰাত তেওঁৰ নি গুণ প্ৰকাশ পায়, তাক আলোচনা কৰি চালে তেওঁক সুবিখ্যাত সেনাপতিসকলতকৈ কোনো গুণে হীন বুলি কব নোৱাৰি। তথাপি, তেওঁৰ বৰ্ব্বৰোচিত নিষ্ঠুৰতা আৰু অমানুষিকতা, আৰু তাৰ লগে লগে তেওঁৰ অসংখ্য অত্যাচাৰৰ কথা জানিলে কোনেও তেওঁক সুখ্যাত মানুহৰ লগত নধৰে। সৌভাগ্য আৰু সদ্‌গুণ — এই দুটাৰ এটাৰ দ্বাৰাও য'ত কাৰ্য্যসিদ্ধি হোৱা নাই, সেই ক্ষেত্ৰত এই দুটাৰপৰা কিবা কাম হৈছে বুলি কোৱাৰ কোনো অৰ্থ নাই।

আমাৰ দিনতে পোপ ষষ্ঠ আলেকজেণ্ডাৰৰ শাসনকালত অলিভেৰোটো ডা ফেৰ্মোক তেওঁৰ মোমায়েক জিয়োভান্নি ফগ্লিয়ানিৰ তত্ত্বাৱধানত ৰখা হৈছিল। তেওঁৱেই ল'ৰাটিক ডাঙৰ-দীঘল কৰিলে আৰু কিশোৰ কালত পাওলো ভিটেলিৰ তলত সামৰিক শিক্ষা লবলৈ পঠিয়ালে। ইয়াৰ উদ্দেশ্য আছিল যাতে সেই কঠোৰ শিক্ষা লাভ কৰি পিছত সেই লৰাই ভাল সামৰিক পদবী লাভ কৰিব পাৰে। পাওলোৰ মৃত্যুৰ পিছত তেওঁ ককায়েক ভিটেলোৎছোৰ তলত যুদ্ধত যোগ দিলে আৰু অতি কম সময়ৰ ভিতৰতে, নিজ বুদ্ধি আৰু শাৰীৰিক আৰু মানসিক কৰ্ম্মক্ষমতাৰ বলত তেওঁৰ এজন সেনানায়ক হৈ

উঠিল। কিন্তু পৰৰ অধীন হৈ থকাটো তেওঁ বৰ নীচ হেন পালে। গতিকে, ফেৰ্মোখন অধিকাৰ কৰিবলৈ মনস্থ কৰিলে। তেওঁ ভাবিলে দেশৰ স্বাধীনতাতকৈ পৰাধীনতা ভাল পোৱা কিছুমান ফেৰ্মোৰ মানুহ আৰু ভিটেলিৰ সহায়ত এই কাম কৰিবলৈ একো টান নহব। গতিকে তেওঁ জিয়োভান্নি ফগ্লিয়ানিলৈ লিখিলে যে, তেওঁ বহুত দিন ঘৰৰপৰা আঁতৰত থাকি এতিয়া তেওঁক (ফগ্লিয়ানিক) আৰু তেওঁৰ নগৰখন চাবলৈ আহিব আৰু যিমানদূৰ পাৰি তেওঁৰ জমিদাৰীবিলাকহে পৰিদৰ্শন কৰি যাব। আৰু লিখিলে যে ইমানদিনে তেওঁ সন্মান আৰ্জনৰ কাৰণেই শ্ৰম কৰি আহিছে আৰু তেওঁ যে এনেয়ে সময় কটোৱা নাই তাক তেওঁৰ লগৰীয়া নাগৰিকসকলে যাতে বুজি পায় তাৰ কাৰণে এশ অশ্বাৰোহী আৰু তেওঁৰ বন্ধু আৰু অনুগামীসকলৰ লগত ধুমধামকৈ আৰু সসন্মানে তেওঁৰ ওচৰলৈ যাব খোজে। লগতে তেওঁৰ ওচৰত প্ৰাৰ্থনা জনালে, তেওঁক যেন ফেৰ্মোৰ নাগৰিকসকলে সসন্মানে আদৰি আনিবলৈ হুকুম পায়, কাৰণ এনেকৈ তেওঁক (অলিভেৰোটোক) সন্মান কৰা মানে তেওঁক নিজকে সন্মান কৰা হব, কিয়নো তেওঁ (অলিভেৰোটো) তেওঁৰে ছাত্ৰ আছিল। জিয়োভান্নিয়ে তেওঁৰ ভাগিনিয়েকৰ প্ৰতি দেখুৱাবলগীয়া শিষ্টাচাৰৰ অলপো ত্ৰুটি কৰা নাছিল: ফেৰ্মোৰ মানুহবিলাকৰ হতুৱাই তেওঁক আদৰ সাদৰ কৰোৱালে আৰু তেওঁক নিজৰ ঘৰতে থাকিবলৈ দিলে। তাৰ পৈশাচিক আঁচনিবিলাক কাৰ্যত পৰিণত কৰাৰ যো-জা কৰিবলৈ যিখিনি সময়ৰ আৱশ্যক সেইকেইটা দিন বৈ অলিভেৰোটোৱে জিয়োভান্নি ফগ্লিয়ানি আৰু ফেৰ্মোৰ মুখিয়াল মুখিয়াল মানুহক এটা বিৰাট ভোজ পাতি তালৈ নিমন্ত্ৰণ কৰিলে। ভোজ শেষ হ'ল। তাৰ পিছত, এনেকুৱা ভোজৰ লগত সাধাৰণতে যি ৰং ধেমালি হয় সিও হৈ গ'ল। তাৰ পিছত, অলিভোৰোটোৱে কৌশলেৰে নানান আলোচনাৰ অৱতাৰণা কৰিলে—আলেকজেণ্ডাৰৰ কথা উলিয়ালে, পুতেক চিজাৰেৰ কথা উলিয়ালে আৰু তেওঁলোকৰ সাহসিক কাৰ্যকলাপৰ বিষয়েও আলোচনা কৰিলে। জিয়োভান্নি আৰু আন আন দুই এজনে সেই আলোচনাত যোগ দিলে। এনেতে, হঠাৎ তেওঁ কলে যে, এনেবোৰ কথা আৰু বেছি গোপন ঠাইত আলোচনা কৰাহে ভাল আৰু কোৱাৰ লগে লগে উঠি গৈ এটা বেলেগ খোটালীত সোমালগৈ। পিছে পিছে জিয়োভান্নি আৰু আন আন নাগৰিকসকলো তালৈকে গ'লগৈ। তেওঁলোক বহিবলৈহে পালে, এনেতে ক'ৰবাৰ পৰা লুকাই থকা সৈন্যবিলাক লৰি ওলালহি আৰু জিয়োভান্নিকে আদি কৰি সকলো মানুহকে হত্যা কৰি পেলালে। এই হত্যাকাণ্ডৰ পিছত, অলিভোৰোটোৱে ঘোঁৰাত উঠি গৈ

চহৰৰ মাজেদি এপাক ঘূৰিলে আৰু তাৰ পিছত গৈ প্ৰধান বিচাৰকজনক তেওঁৰ নিজৰ ঠাইতে অৱৰোধ কৰি পেলালেগৈ। ভয়ত থৰকাছুটি হেৰুৱাই তেওঁলোকে অলিভেৰোটোৰ নিৰ্দেশ পালন কৰিবলৈ মান্তি হ'ল। তেওঁলোকে এটা চৰকাৰ গঠন কৰিলে আৰু সেই চৰকাৰৰ ওপৰত তেওঁ নিজকে ৰজা ঘোষণা কৰিলে। যিসকল অসন্তুষ্ট হোৱা হলে তেওঁৰ বিপদ আছিল সেইসকল যেতিয়া মৰিলেই, এতিয়া বিপদৰ আশঙ্কা গুচাবলৈ তেওঁ নতুন নতুন সামৰিক আৰু অসামৰিক আইন জাৰি কৰিবলৈ ধৰিলে যাতে সেই নগৰৰ ওপৰত তেওঁৰ ৰাজত্ব চলোৱাৰ এবছৰৰ ভিতৰত তেওঁ নিজে নিৰাপদ হোৱাৰ উপৰিও, নগৰখন ওচৰচুবুৰীয়া শক্তিৰ ওচৰত অপৰাজেয় হৈ থাকে। এটা ভুল নকৰা হলে এগাথোক্লিজৰ দৰে তেওঁক পৰাজয় কৰাটোও দুৰূহ হৈ থাকিলহেতেন। ভুলটো হ'ল কি—চিজাৰে বৰ্জিয়াই যেতিয়া ওৰ্চিনি আৰু চিনিগেগ্লিয়াৰ ভিটেলি অধিকাৰ কৰিছিল — এই বিষয়ে আগতে কৈ আহিছোঁ — তেতিয়া অলিভেৰোটোৱে নিজকে তেওঁৰ হাতত প্ৰৱঞ্চিত হোৱাৰ সুযোগ দি দিলে। আৰু তাৰ ফলত, তেওঁৰ পিতৃস্থানীয় জিয়োভান্নিক হত্যা কৰাৰ এবছৰৰ পিছতে তেওঁকো আৰু লগতে, কাৰ্য্যক্ষমতা আৰু উৎপীড়ন এই দুয়োটাৰে আহিৰ্ দেখুওৱা তেওঁৰ গুৰু ভিটেলোৎছোকো টেটু চেপি হত্যা কৰিলে।

কিছুমানে হয়তো ভাবি আচৰিত হব কেনেকৈ এগাথোক্লিজ আৰু তেওঁৰ দৰে আনবিলাকে অসীম বিশ্বাসঘাতকতা আৰু নিষ্ঠুৰতা আচৰণ কৰিও, বহু বছৰ ধৰি নিজদেশত নিৰাপদে থাকে -- প্ৰজাৱো তেওঁলোকৰ বিপক্ষে ষড়যন্ত্ৰ নকৰে, বিদেশী শত্ৰুৱেও তেওঁলোকক বলে নোৱাৰে; অথচ সেই নিষ্ঠুৰতাৰ কাৰণেই আনবিলাকে যুদ্ধৰ আশঙ্কাযুক্ত সময়হে নেলাগে আনকি শান্তিৰ সময়তো নিজৰ স্থান ৰক্ষা কৰি থাকিব নোৱাৰে। মোৰ বিশ্বাস, নিষ্ঠুৰতাৰ সৎ বা অসৎ ব্যৱহাৰৰপৰাই এনে অৱস্থাৰ উদ্ভৱ হয়। সদ্ব্যৱহাৰ কৰা হৈছে বুলি এনেবিলাক ক্ষেত্ৰত ক'ব পাৰি (অৱশ্যে যদি নিষ্ঠুৰতাৰো আকৌ সদ্ব্যৱহাৰ কিবা আছে বুলি ক'ব পাৰি) য'ত আত্মপ্ৰতিষ্ঠাৰ বাবে এনে নিষ্ঠুৰতাক কামত লগাই পিছত আৰু তাক চলাই নাথাকি, তাৰ ঠাইত যিমানদূৰ সম্ভৱ যি ব্যৱস্থাৰে প্ৰজাৰ উপকাৰ সাধন কৰিব পাৰি তেনে ব্যৱস্থাৰ প্ৰৱৰ্ত্তন কৰা হয়। নিষ্ঠুৰতাৰ অসদ্ব্যৱহাৰ কৰা বুলি এনেকুৱা অৱস্থাত কব পাৰি যেতিয়া প্ৰথম অৱস্থাত নিষ্ঠুৰ কাৰ্য্যৰ সংখ্যা কম থাকে কিন্তু পিছত কমক ছাৰি লাহে লাহে বাঢ়িহে যায়। যিবিলাকে প্ৰথমটো বাটেৰে যায়, তেওঁলোকে ভগৱান আৰু মানুহৰ ওচৰত তেওঁলোকৰ বিৰূপ অৱস্থাৰ সংশোধন কৰিবলৈ কিছু সুবিধা পায়;

যেনেকৈ এগাথোক্লিজে পাইছিল। আনবিলাকৰ পক্ষে নিজৰ স্থান ৰক্ষা কৰি চলাটো অসম্ভৱ হৈ পৰে।

ইয়াৰপৰা এইটোকে বুজা উচিত যে, এখন ৰাষ্ট্ৰ অধিকাৰ কৰি বিজেতা-জনে সকলোখিনি নিষ্ঠুৰতা একেবাৰতে কৰি পেলোৱাৰ ব্যৱস্থা কৰিব লাগে, যাতে সদায় তাকে কৰি থাকিবলগীয়া নহয় আৰু যাতে শাসন ব্যৱস্থাত সোনকালে সোনকালে নতুন নতুন পৰিবৰ্ত্তন নঘটাই হিতসাধনৰ যোগেদিয়ে প্ৰজাৰ মনলৈ বিশ্বাস ঘূৰাই আনিব আৰু তেওঁলোকক হাত কৰিব পাৰি। ভীৰুতাবশতঃ বা অসৎ-পৰামৰ্শৰ গুণত যিসকলে অন্যথা আচৰণ কৰিব, তেওঁলোকে সদায় হাতত ছুৰি লৈ থিয় দিবলগীয়া হয়গৈ, কাৰণ প্ৰজাৰ ওপৰত তেওঁলোকে নিৰ্ভৰ কৰিব নোৱাৰা হয়। পাৰেই বা কেনেকৈ? প্ৰজায়ো নিত্যনতুন আঘাত পাই পাই ৰজাৰ ওপৰত নিৰ্ভৰ কৰিব নোৱাৰা হৈ পৰেগৈ। কাৰণ আঘাতবিলাক দিলে একেবাৰতে দিব লাগে, যাতে তাৰ তিক্ততাখিনি বেছিকৈ উপলব্ধি কৰিব নোৱাৰাৰ বাবে, মানুহ বৰ বেছি ক্ষুব্ধ হৈ নুঠে। উপকাৰ কৰোঁতে মানুহক কমাই কমাই উপকাৰ কৰিব লাগে, যাতে মানুহে সেই উপকাৰ বেছি ভালকৈ উপভোগ কৰিব পাৰে। আটাইতকৈ ডাঙৰ কথা হৈছে, ৰজাই প্ৰজাসকলৰ লগত এনেকৈ থাকিব লাগে যাতে কোনো আকস্মিক সৌভাগ্য বা দুৰ্ভাগ্যই তেওঁক নিজৰ নিৰ্ব্বাচিত পন্থাৰপৰা বিচলিত কৰিব নোৱাৰে। প্ৰতিকূল অৱস্থাত পৰি কোনোবাই কঠোৰতা অৱলম্বন নকৰাকৈ থাকিব পাৰে, আৰু তেনে সময়ত কৰা উপকাৰৰপৰাও বৰ লাভ নহয়, কাৰণ, বাধ্যত পৰি তেনে উপকাৰ কৰা বুলি মানুহে ধৰি লয় আৰু তাৰপৰা কোনো প্ৰকাৰৰ কাম সিদ্ধি নহয়।

৯

# অনুগ্ৰহত লাভ কৰা ৰাজ্য

আমি বাৰু এতিয়া অইন এটা ক্ষেত্ৰৰ কথা কওঁ—য'ত নাগৰিক এজন ৰজা হবগৈ পাৰে কোনো অপৰাধ বা অসহনীয় হিংসাত্মক কাৰ্য্য কৰি নহয়, তেওঁৰ লগৰীয়া নাগৰিকসকলৰ সৌহাৰ্দ্দ্যৰ গুণত। তাকে অনুগ্ৰহৰ ৰাজ্য বুলিব পাৰি। এই অৱস্থা পোৱাটো সম্পূৰ্ণকৈ নিজৰ উপযোগিতাৰ ওপৰত নিৰ্ভৰ নকৰে, বৰং নিৰ্ভৰ কৰে ধূৰ্ত্তালি আৰু লগতে প্ৰসন্ন ভাগ্যৰ ওপৰত। জনসাধাৰণৰ বা ডা-ডাঙৰীয়াসকলৰ অনুগ্ৰহ লাভ কৰি মানুহে সেই অনুগ্ৰহৰ ৰাজ্য লাভ কৰে। কিয়নো প্ৰত্যেক নগৰতে এই দুটা বিপৰীত দল পোৱা যায়। এটা দল গঢ়ি উঠে ডাঙৰৰ অত্যাচাৰৰপৰা ৰক্ষা পাবলৈ জনসাধাৰণৰ যি ইচ্ছা ওপজে তাৰপৰা, আৰু আনটো গঢ়ি উঠে জনসাধাৰণৰ ওপৰত হুকুম চলাবলৈ আৰু অত্যাচাৰ কৰিবলৈ। এই দুই প্ৰতিকূল অভিলাসৰপৰাই প্ৰতি নগৰতে, হয় একচ্ছত্ৰী ৰাজত্ব, নহয় স্বাধীনতা, নহলেবা স্বেচ্ছাচাৰিতা — এই তিনিটাৰ যেই কোনো এটাৰ অৱতাৰণা। প্ৰথমটোৰ অৱতাৰণা হয় জনসাধাৰণৰ জৰিয়তে নাইবা ডাঙৰীয়াসকলৰ দ্বাৰা — যিটো দলেই বেছি সুবিধা পায় সেইটো দলৰ দ্বাৰাই। ডাঙৰীয়াসকলে যেতিয়া দেখে যে, তেওঁলোকে জনসাধাৰণক বলাব পৰা নাই, তেতিয়া তেওঁলোক সকলোৱে লগ লাগি তেওঁলোকৰ মাজৰে এজনক ওপৰলৈ তুলি দিয়ে, যাতে তেওঁৰে ক্ষমতাৰ ছত্ৰছায়াৰ সুবিধা লৈ তেওঁলোকে তেওঁলোকৰ নিজৰ মনোৰথ সিদ্ধি কৰিব পাৰে, আনহাতে জনসাধাৰণে যেতিয়া ডাঙৰীয়াসকলক বলাব নোৱাৰে তেতিয়া এজনক ওপৰলৈ তুলি ৰজা পাতিবলৈ চেষ্টা কৰে যাতে তেওঁৰ ক্ষমতাৰ দ্বাৰা তেওঁলোক ৰক্ষা পৰি থাকে। যিজন ডাঙৰীয়াসকলৰ সহায়ত ৰজা হয়, জনসাধাৰণৰ সহায়ত ৰজা হোৱাজনতকৈ তেওঁ নিজৰ ক্ষমতা ৰক্ষা কৰাত বেছি বেগ পাবলগীয়া হয়, কিয়নো যিসকলৰ মাজত তেওঁ কাল কটাব-লগীয়া হয়, সেইসকলে নিজকে তেওঁৰ সমকক্ষ বুলি ভাবে আৰু সেই কাৰণেই তেওঁ নিজৰ মতেৰে নিৰ্দ্দেশ দিব বা হুকুম চলাব নোৱাৰা হৈ পৰে। কিন্তু, যিজনে জনসাধাৰণৰ অনুগ্ৰহত নেতৃত্ব লাভ কৰেগৈ, তেওঁ অকলশৰীয়া হয় আৰু তেওঁৰ হুকুম নমনা মানুহ নাথাকেই, থাকিলেও

ক'ৰবাতহে দুই এজন। তাৰ উপৰি সৎব্যৱহাৰেৰে বা আনৰ ওপৰত অত্যাচাৰ নকৰাকৈ ডাঙৰীয়াসকলক সন্তোষ দিব নোৱাৰি, কিন্তু জনসাধাৰণক হলে পাৰি। ডাঙৰীয়াসকলৰ লক্ষ্যতকৈ জনসাধাৰণৰ লক্ষ্য বেছি সৎ— ডাঙৰীয়াসকলে বিচাৰে কেনেকৈ অত্যাচাৰৰ হাত সাৰিব পাৰি। এইটো কথাও এইখিনিতে কব লাগিব যে, ৰজাই কেতিয়াও প্ৰতিকূল-জনসাধাৰণৰ মাজত নিৰাপদে বৰ্ত্তিব পাৰিম বুলি সদায় নিশ্চিন্ত থাকিব নোৱাৰে, তাৰ কাৰণ হৈছে জনসাধাৰণৰ সংখ্যাৰ বিপুলতা। কিন্তু ডাঙৰীয়াৰ মাজত পাৰে, কাৰণ তেওঁলোক সংখ্যাত কম। ৰজাই প্ৰতিকূল-জনসাধাৰণৰপৰা আটাই-তকৈ ডাঙৰ যিটো বিপদৰ আশংকা কৰিব পাৰে সি হৈছে এয়ে যে, ৰজাক তেওঁলোকে কেতিয়াবা ত্যাগ কৰিব পাৰে। কিন্তু প্ৰতিকূল ডাঙৰীয়াসকলৰ-পৰা ভয় কৰিবলগীয়া কথা অকল তেওঁলোকে ত্যাগ কৰাটোৱেই নহয়, তেওঁলোকে ৰজাৰ বিপক্ষে সক্ৰিয়ভাবেই বিৰোধিতা কৰিব পাৰে আৰু তেওঁলোকৰ অধিক দূৰদৰ্শিতা আৰু ধূৰ্ত্তালিৰে, ঠিক সময়ত তেওঁলোকে নিজক ৰক্ষা কৰিব পাৰে আৰু যেয়ে জিকিব যেন দেখে, তাৰে পক্ষ সমৰ্থন কৰে। তাৰ উপৰি ৰজাই সদায় একেখিনি জনসাধাৰণৰ লগতে থাকিব-লগীয়া হয়, কিন্তু একেকিজন ডাঙৰীয়াৰ লগত নাথাকিলেও চলে, কাৰণ তেওঁ নিজে যেতিয়াই তেতিয়াই ডাঙৰীয়াসকলক ভাঙিব বা পাতিব পাৰে। তেওঁলোকৰ অৱস্থাৰ উন্নতি বা অৱনতি ঘটাব পাৰে।

মোৰ এইখিনি যুক্তি আৰু বহলাই ক'বৰ হলে মই কম যে ডাঙৰীয়া-সকলক দুটা বেলেগ ধৰণে বিচাৰ কৰি চাব লাগে। হয় ৰজাই তেওঁলোকক সম্পূৰ্ণ তেওঁৰ নিজৰ ভাগ্যৰ ওপৰত নিৰ্ভৰ কৰিব লগাকৈ শাসন কৰিব, নহলে নকৰিব। এনেকৈ যিবিলাক ৰজাৰ বাধ্যবাধকতাৰ তলত থাকে আৰু আনহাতে লুভীয়াও নহয়, সেইবিলাকৰৰ প্ৰতি শ্ৰদ্ধা আৰু মৰম আগ বঢ়াবই লাগিব; যিবিলাক আঁতৰি থাকে সেইবিলাকক দুইৰকমে বিচাৰ কৰি চাব লাগে। এই আঁতৰি থকাৰ কাৰণ, হয় তেওঁলোক অলপধতুৱা মানুহ আৰু স্বাভাৱিকতে তেওঁলোকৰ সাহসৰ অভাৱ, আৰু এনেকুৱা ক্ষেত্ৰত তেওঁলোকক কামত খটুৱাব পাৰি—অন্ততঃ যিবিলাকে সদুপদেশ মানি চলে — যাতে তেওঁলোকে ৰজাক সম্পদৰ সময়ত সম্মান কৰি চলে আৰু বিপদৰ সময়তো তেওঁলোকক ভয় কৰিবলগীয়া নহয়। কিন্তু যেতিয়া তেওঁ-লোকে ইচ্ছা কৰি বা অন্তৰত উচ্চাকাঙ্ক্ষা পোষণ কৰি ৰজাৰ বাধ্যবাধকতা মানি নচলে, তেতিয়া বুজা যায় যে তেওঁলোকে ৰজাৰ কাৰণে ভবাতকৈ বেছিকৈ নিজৰ কাৰণেহে ভাবে, এনেবিলাক মানুহৰ পৰা ৰজা সাৱধানে থকা উচিত আৰু সেইবিলাকক তেওঁ গুপ্ত শত্ৰু বুলি ভাবিব লাগে—

তেওঁলোকে ৰজাৰ বিপদৰ সময়ত তেওঁক ধ্বংস কৰাত হাত উজান দিব।

কিন্তু যিজন জনসাধাৰণৰ অনুগ্ৰহত ৰজা হয় তেওঁ তেওঁলোকৰ লগত বন্ধুত্ব ৰক্ষা কৰি চলিবই লাগিব। তেনেকৈ চলাবলৈ টানো নাপায়, কাৰণ জনসাধাৰণে তেওঁৰপৰা একো নিবিচাৰে, বিচাৰে মাত্ৰ অত্যাচাৰ নকৰাটো। কিন্তু যিজন জনসাধাৰণৰ ইচ্ছাৰ প্ৰতিকূলে ডাঙৰীয়াসকলৰ অনুগ্ৰহত ৰজা হয়, তেওঁ জনসাধাৰণৰ অনুগ্ৰহ লাভ কৰিবলৈ চেষ্টা কৰা উচিত। সেইটো একো টান নহয়, তেওঁলোকক মাথোন বিপদ-আপদৰপৰা ৰক্ষা কৰি থাকিলেই হ'ল। মানুহে যেতিয়া কাৰোবাৰ পৰা উৎপীড়ন আৰু অত্যাচাৰ পাব বুলি আশংকা কৰি তাৰ সলনি প্ৰকৃততে পায় সহায়-সাৰথি আৰু মৰম-চেনেহ, তেতিয়া তেনে উপকাৰীৰ প্ৰতি তেওঁলোক বেছি অনুগত হয়। জনসাধাৰণৰ অনুগ্ৰহত কোনোবা ৰজা হলে তেওঁ ইমানখিনি আনুগত্য নেপায়েই। ৰজাই বহুত ধৰণে প্ৰজাৰ অনুগ্ৰহ লাভ কৰিব পাৰে। এই ধৰণবিলাক অৱস্থাভেদে বেলেগ বেলেগ হব আৰু তাৰ কাৰণে কোনো ধৰা-বন্ধা নিয়ম বান্ধি দিব নোৱাৰি; সেইদেখি আমি আৰু সেই বিষয়ে বেছি আলোচনা নকৰোঁ। সংমৰণিত মাথোঁ এইটোকে কৈ থওঁ যে ৰজাই প্ৰজাৰ বন্ধুত্ব লাভ কৰাটো লাগতিয়াল কথা। নহলে বিপদৰ সময়ত তেওঁৰ থল নোহোৱা হয়।

স্পাৰ্টাবাসীসকলৰ ৰজা নেবিছক এবাৰ সমগ্ৰ গ্ৰীচ আৰু এক বিজয়ী ৰোমান সৈন্যদলে অৱৰুদ্ধ কৰিছিল, কিন্তু ৰজাই সেই অৱৰোধৰ বিপক্ষে থিয় দি দেশ ৰক্ষা কৰিছিল। বিপদে যেতিয়া তেওঁক আগুৰি ধৰিলেহি, মাত্ৰ কেইজনমানক হাত কৰিলেই তেওঁৰ পক্ষে যথেষ্ট হৈছিল। কিন্তু জনসাধাৰণৰ প্ৰতিকূলে থাকিলে সেয়ে যথেষ্ট নহলহেতেন। "জন-সাধাৰণৰ ওপৰত প্ৰতিষ্ঠা কৰা আৰু বোকাৰ ওপৰত প্ৰতিষ্ঠা কৰা একে কথাই" এই চলিত প্ৰবাদবাক্যলৈ মনত পেলাই যেন আকৌ কোনেও মোৰ কথাৰ প্ৰতিবাদ নকৰে। কাৰণ যেতিয়া কোনো সাধাৰণ মানুহে জনসাধাৰণৰ ওপৰত আস্থা ৰাখে আৰু বিচাৰকসকলৰ বা শত্ৰুৰ অত্যাচাৰৰপৰা তেওঁলোকে তেওঁক ৰক্ষা কৰিব বুলি আশা কৰে, তেতিয়া সেই প্ৰবাদবাক্যৰ সত্যতা প্ৰমাণিত হব পাৰে; এই ক্ষেত্ৰত তেনে এজন মানুহে ঠগ খায়, ঠিক যেনেকৈ ৰোমত গ্ৰাকি আৰু ফ্লোৰেণ্সত মেছাৰ জৰ্জিয়ো স্কেলিয়ে ঠগ খাইছিল। কিন্তু এই ভিত্তিত আত্মপ্ৰতিষ্ঠা কৰা ব্যক্তিত্বসম্পন্ন সাহসীজন বিপদত নিৰ্ভয় হৈ থাকে আৰু আনে কৰা প্ৰস্তুতিৰ প্ৰতি আওকাণ কৰি নাথাকে; যিজনে নিজৰ সাহস আৰু কাৰ্য্যপন্থাৰে জনসাধাৰণক উদ্বুদ্ধ কৰি তুলিব পাৰে তেনে এজন

ৰজাই তেওঁলোকৰপৰা কেতিয়াও ঠগ নাখায় আৰু নিজকে সুপ্ৰতিষ্ঠিত হোৱা দেখিবলৈ পায়।

সাধাৰণতে, ৰজাই যেতিয়াই অসামৰিক শাসনকৰ্ত্তাৰ ভূমিকা এৰি স্বেচ্ছাচাৰী শাসনকৰ্ত্তাৰ ভূমিকা গ্ৰহণ কৰে, তেতিয়াই সেই নগৰ-ৰাজ্যৰ বিপদ আহে। কিয়নো তেনে স্বেচ্ছাচাৰী শাসনকৰ্ত্তাই হয় নিজে আদেশ জাৰি কৰে, নহয় তেওঁৰ বিচাৰকসকলৰ হতুৱাই কৰায়। বিচাৰকসকলে যেতিয়া ৰজাৰ হৈ আদেশ জাৰি কৰে, ৰজাৰ অৱস্থা তেতিয়া দুৰ্ব্বল আৰু বিপদসংকুল হয়, কাৰণ যিসকল নাগৰিকক বিচাৰকহিচাবে নিয়োগ কৰা হয়, সেইসকলৰ দয়াৰ ওপৰতে ৰজাই নিৰাপত্তা নিৰ্ভৰ কৰে, যিহেতু সেই বিচাৰকসকলে ৰজাৰ প্ৰতিকূলে আচৰণ কৰিয়েই হওক বা ৰজাৰ আজ্ঞা উলঙ্ঘা কৰিয়েই হওক, বিশেষকৈ বিপদৰ সময়ত, ৰজাক স্থানচ্যুত কৰি পেলাব পাৰে। এনেকুৱাত প্ৰজাই সদায় বিচাৰকৰ আদেশ পালন কৰি থাকোঁতে থাকোঁতে, বিপদৰ সময়ত ৰজাৰ পোনপতীয়া আজ্ঞা পালন কৰিবলৈ সাজু হবলৈকে নাপায়, ৰজায়ো একাধিপত্য গ্ৰহণ কৰিবলৈ সময় নাপায় আৰু বিপদৰ সময়ত তেওঁ নিৰ্ভৰ কৰিব পৰা মানুহ বিচাৰি নোপোৱা হয়। এনেকুৱা ৰজাই শান্তিৰ সময়ত ৰাজ্যত যি দেখে তাৰ ওপৰত নিৰ্ভৰ কৰি চলিব নোৱাৰে, কাৰণ প্ৰজাসকলৰ তেতিয়া ৰাষ্ট্ৰৰ আৱশ্যক আৰু তেতিয়া ৰাজ্যৰ হিতাৰ্থে প্ৰত্যেকেই প্ৰতিজ্ঞাৱদ্ধ! ওচৰতে মৰণ নাই বুলি জানি প্ৰত্যেকেই মৰিবলৈকো আগ বাঢ়ি দেখুৱায়; কিন্তু যেতিয়া বিপদৰ সময়ত ৰাষ্ট্ৰই প্ৰজাসকলৰ আৱশ্যকতা অনুভৱ কৰে, তেতিয়া ৰজাই অতি কমসংখ্যক প্ৰজাকহে পায়। তাকো এবাৰহে পোৱা যায়। এই কাৰণেই এই অৱস্থাটো অতি ভয়াবহ। সেই কাৰণে জ্ঞানী ৰজাই সদায় এনে এটা উপায় বিচাৰি উলিয়ায় যিটোৰ দ্বাৰা প্ৰজাবিলাকে সদায় যি কোনো অৱস্থাতে ৰজাৰ শাসনৰ আৱশ্যকতা অনুভৱ কৰি থাকে আৰু সদায় তেওঁৰ প্ৰতি অনুগত হৈ ৰয়।

১০

## ৰাষ্ট্ৰশক্তিৰ মান কেনেকৈ নিৰ্দ্ধাৰণ কৰা উচিত

এই ৰাষ্ট্ৰবিলাকৰ ৰূপ নিৰ্দ্ধাৰণ কৰোঁতে আৰু এটা কথা বিচাৰ কৰি চাব লগা হয়। কথাটো হৈছে—ৰজাজনৰ আৱশ্যক হলে নিজকে ৰক্ষা কৰিব পৰা ক্ষমতা আছে নে তেওঁক ৰক্ষা কৰিবলৈ সদায় আন এজনৰ আৱশ্যক হয়। ভালকৈ বুজাই কবৰ হলে, যিবিলাকে অপৰ্য্যাপ্ত ধন আৰু জনৰ সহায়েৰে এটা যথেষ্ট শক্তিশালী সৈন্যবাহিনী গঠন কৰি তেওঁৰ আক্ৰমণ-কাৰীৰ বিৰুদ্ধে যুদ্ধ কৰি জিকিব পাৰে, তেওঁকে মই অকলে নিজক নিজে ৰক্ষা কৰিব পৰা বুলি কৈছোঁ আৰু যিবিলাকে শত্ৰুৰ বিপক্ষে যুজলৈ আগ বাঢ়ি যাব নোৱাৰে আৰু নিজৰ চাৰিবেৰৰ ভিতৰত সোমাই থাকি কোনোমতে আত্মৰক্ষা কৰি থাকে তেওঁলোকৰে নিজক ৰক্ষা কৰোঁতে পৰৰ আৱশ্যক হয় বুলি কওঁ। ইয়াৰে আগৰবিধৰ কথা আমি আগতে আলোচনা কৰি আহিছোঁ। আৰু আৱশ্যকমতে, আগলৈকো ক'ম। পিচৰবিধৰ ক্ষেত্ৰত কবলগীয়া একোৱে নাই, মাত্ৰ তেনেকুৱা ৰজাক নিজৰ নগৰখন খাদ্যবস্তু আৰু সৈন্যসামন্তেৰে ভৰাই ৰাখিবলৈ আৰু ওচৰপাজৰৰ ৰাজ্যত কি হৈছে সেই বিষয়ে মূৰ নঘমোৱাকৈ বহি থাকিবলৈ উদগাই দিব পাৰি। যেয়ে নিজৰ নগৰখনত সবল প্ৰতিৰক্ষাৰ ব্যৱস্থা অৱলম্বন কৰে আৰু আমি আলোচনা কৰি অহামতে (আৰু আগলৈকো আমি কৰিব খুজিছোঁ) দেশৰ শাসন-ব্যৱস্থাৰ প্ৰচলন কৰে, তেনে ৰজাক অইনে অতি অনিচ্ছাসত্ত্বেহে আক্ৰমণ কৰিবলৈ আগ বাঢ়ে; কাৰণ, যিবিলাক সাহসিক কাৰ্য্য বিপদসংকুল বুলি আগতে জনা যায়, তেনেবোৰ কাৰ্য্যলৈ মানুহে সাধাৰণতে আগ নাবাঢ়ে আৰু যিজনে কটকটীয়া ব্যৱস্থাৰে নিজৰ নগৰ ৰক্ষাৰ দিহা কৰে আৰু যিজন ৰজাক জনসাধাৰণে ঘিণ নকৰে, তেনে এজনক আক্ৰমণ কৰাটো কেতিয়াও সহজ যেন নেদেখি।

জাৰ্ম্মান দেশৰ নগৰবোৰ সম্পূৰ্ণ স্বাধীন, সিহঁতৰ চাৰিওকাষে দেশো বৰ কম থাকে আৰু যেতিয়া মন যায়, সিহঁতে সম্ৰাটৰ আদেশ মানি চলে। নিজ দেশৰ সম্ৰাট বা ওচৰে-পাজৰে থকা অন্য ৰজা-মহাৰজাক ভয় নকৰে। সিহঁতৰ প্ৰতিৰক্ষা ব্যৱস্থা সদায় নিখুঁট থাকে, সিহঁতৰ আৱশ্যকীয় দুৰ্গ, প্ৰাচীৰ আৰু পদাতিক সৈন্যও যথেষ্ট থাকে আৰু এবছৰৰ কাৰণে সিহঁতৰ

খাদ্য, পানীয় আৰু খৰি ৰাজহুৱা ভঁড়ালত জমা থাকে। এইবোৰ দেখি শুনি মানুহৰ মনত এনে ধাৰণা হৈ যায় যে, সিহঁতৰ শক্তি টুটাবলৈ যোৱাটো অতি আমনিলগা আৰু কষ্টসাধ্য কাম হ'ব। তাৰ উপৰি সমূহ ৰাষ্ট্ৰৰ কোনো ক্ষতি নকৰাকৈ নিম্নশ্ৰেণীৰ লোকক সন্তুষ্ট ৰাখিবৰ কাৰণে নাগৰিক জীৱনৰ স্নায়ুকেন্দ্ৰবিলাকত আৰু যিবিলাক কাম কৰি সেই নিম্নশ্ৰেণীৰ লোকসকল বৰ্ত্তি থাকিব পাৰে, তেনে কামত নিয়োগ কৰিবলৈ সিহঁতৰ যথেষ্ট থল থাকে। সামৰিক ব্যায়ামসমূহৰ এতিয়াও সম্মান আছে আৰু এইবোৰ চলাই থাকিবৰ কাৰণে বহুত আইনকানুনো চলি আছে।

সেই কাৰণে যিজন ৰজা এখন সবল নগৰৰ অধিকাৰী আৰু যি নিজকে প্ৰজাৰ ঘৃণাৰ পাত্ৰ কৰি নোতোলে তেওঁক কোনেও আক্ৰমণ নকৰে; কোনোবাই আক্ৰমণ কৰিবলৈ আহিলেও, সেই আক্ৰমণকাৰীয়ে এবছৰকাল ব্যাপি হৈ থকা পৰিবৰ্ত্তনসমূহৰ সম্মুখীন হৈ, এদল নিষ্কৰ্ম্মা সৈন্যক লৈ, কেতিয়াও জয়ৰ আশা কৰিবতো নোৱাৰেই, লজ্জিত হৈ উভতি যাবলৈহে বাধ্য হয়। কোনোবাই হয়তো কব পাৰে যে, প্ৰজাই নিজৰ সা-সম্পত্তি বাহিৰত এৰি থৈ আৰু চকুৰ আগত সেইবোৰ পুৰি ছাই হৈ যোৱা চাই চাই ধৈৰ্য্য হেৰুৱাই পেলাব আৰু এফালে দীৰ্ঘকাল জুৰি চলি থকা অৱৰোধ আৰু আনফালে স্বাৰ্থপৰতা — এই সকলোবিলাকৰ ফলত প্ৰজাই ৰজালৈ পাহৰিয়ে যাব। তাৰ উত্তৰত মই কম যে, শক্তিশালী আৰু সাহসী ৰজা এজনে কেতিয়াবা বিপদ সোনকালে শেষ হৈ যাব বুলি প্ৰজাৰ মনত আশা দি, কেতিয়াবা শত্ৰুৰ নিষ্ঠুৰতাৰ কথা কৈ ভয় খুৱাই, কেতিয়াবা আকৌ বিপক্ষে যাবলৈ সাহ কৰাবিলাকক কৌশলেৰে নিজৰ শক্তিৰ প্ৰতি আস্থা জন্মাই, সেই সকলো আপদ-বিপদ সদায় পৰাজয় কৰি থাকিব। তাৰ উপৰি, শত্ৰুৱে আহি প্ৰথম সোমায়েহে দেশত জুই-ছাই লগাই কাটি মাৰি খাস্তাং কৰে, আৰু মানুহৰ মন তেতিয়াও উত্তেজিত হৈ থাকে আৰু আত্মৰক্ষাৰ কাৰণে ইচ্ছুক হৈ থাকে; ৰজাৰ তেতিয়া ভয় কৰিব-লগীয়া কম থাকে। কিছুদিনৰ পিছত আকৌ যেতিয়া মানুহৰ মন শান্ত হৈ পৰে, শত্ৰুৱে যথেষ্ট অন্যায় কৰি পেলোৱাৰ পিছত, প্ৰজায়ো যথেষ্ট দুখ ভোগ কৰাৰ পিছত, যেতিয়া তাৰ নিবাকৰণৰো কোনো উপায় নোহোৱা হৈ পৰেগৈ, তেতিয়া ঘৰ-দুৱাৰ পোৰা গৈ, সা-সম্পত্তি হেৰুৱাই প্ৰজা-বিলাকে তেওঁলোকক এতিয়া ৰক্ষা কৰা কৰ্ত্তব্য বুলি ৰজাৰ ওচৰতে আশ্ৰয় লয়গৈ আৰু ৰজাৰ লগত একেলগে কাম কৰিবলৈ আগ বাঢ়ে।

আনৰ প্ৰতি কৰা উপকাৰ আৰু আনৰপৰা পোৱা উপকাৰ — এই দুয়োটাৰ দ্বাৰাই মানুহ স্বাভাৱিকতে নিয়ন্ত্ৰিত হয়। ইয়াৰপৰা, সকলোখিনি

কথা চাই-চিতি ইয়াকে প্ৰতিপন্ন কৰিব পাৰি যে, খাদ্যসম্ভাৰ আৰু আত্মৰক্ষাৰ উপায়সমূহ যথেষ্ট থাকিলে, অৱৰোধৰ আৰম্ভনিতেই হওক বা মাজতেই হওক, সাহসী প্ৰজাক ৰক্ষা কৰাটো জ্ঞানী ৰজা এজনৰ পক্ষে একো টান নহয়।

১১

# ধৰ্ম্মসম্পৰ্কীয় ৰাষ্ট্ৰসমূহ

এতিয়া কবলৈ থাকিল ধৰ্ম্মসম্পৰ্কীয় ৰাষ্ট্ৰৰ কথা। ইয়াৰ ক্ষেত্ৰত আকৌ যতমানে আহুকাল সকলো থাকে দেশ অধিকাৰ কৰাৰ আগতে। দেশবিলাক অধিকাৰ কৰা হয় ক্ষমতা বা সৌভাগ্যৰ সহায়েৰে। কিন্তু সিহঁতক ৰক্ষা কৰোঁতে ক্ষমতায়ো একো নকৰে সৌভাগ্যয়ো একো নকৰে। প্ৰাচীন ধৰ্ম্মসম্পৰ্কীয় আচাব-ব্যৱহাৰেহে ৰক্ষা কৰে। এই আচাৰ-ব্যৱহাৰবিলাক ইমান শক্তিশালী যে, ৰাজ্যৰ ৰজাজনে যেনেকৈ চলন-ফুৰণ নকৰক বা যেনেকৈয়ে জীৱন নিনিয়াওক, তেওঁক সদায় শক্তিশালী কৰি ৰাখিবই। এনেবিলাক ৰজাৰেই ৰক্ষাৰ ব্যৱস্থা নথকাকৈ ৰাষ্ট্ৰ থাকে, শাসন-ব্যৱস্থা নথকাকৈ প্ৰজা থাকে আৰু শাসন-ব্যৱস্থা নোহোৱাৰ কাৰণে, তেওঁলোকৰ ৰাজ্য কোনেও কাঢ়িও নিনিয়ে; শাসনৰ অধীনত নথকাৰ কাৰণে প্ৰজাই আপত্তি কৰিবলগীয়াও একো নাই আৰু ৰজাৰ লগত আতৰি হব নোৱাৰেও আৰু হোৱাৰ কথা ভাবিবও নোৱাৰে। সেই কাৰণে কেৱল এনেবোৰ ৰাষ্ট্ৰইহে নিৰাপদ আৰু সুখী। কিন্তু মানব মনে ঢুকি নোপোৱা কিছুমান উচ্চতৰ শক্তিৰ দ্বাৰা সেইধৰণৰ ৰাজ্যসমূহ প্ৰতিষ্ঠিত—সেইবিলাকৰ কথা নকৰোঁই। সেই ৰজাসকলক ভগৱানে উচ্চস্তৰলৈ তুলি দিছে আৰু ৰক্ষা কৰিছে যেতিয়া তেওঁলোকৰ বিষয়ে আলোচনা কৰাটো অহংকাৰী আৰু মূৰ্খৰহে কাম। ষষ্ঠ আলেকজেণ্ডাৰৰ আগৰ কালত ইটালীয় শাসনকৰ্ত্তাসকলে অকল যথাৰ্থ শক্তিশালীসকলেই বুলি নহয়, অতি-অকিঞ্চন হলেও যি কোনো ডাঙৰীয়াবংশীয় মানুহেই, পাৰ্থিব ক্ষমতাৰ ক্ষেত্ৰত গীৰ্জ্জাৰ ওপৰত একো গুৰুত্বই দিয়া নাছিল। তেনেস্থলত, গীৰ্জ্জাঘৰীয়া শক্তিয়ে এতিয়া ফ্ৰান্সৰ ৰজা এজনক ইটালিৰপৰা খেদি পঠিয়ালে, ভেনিছীয়সকলক ধ্বংসৰ পথলৈ ঠেলি দিলে। সেই কাৰণেই ফ্ৰান্সৰ ৰজাই সেই শক্তিলৈ ভয় কৰি চলে। সেই গতিকে, সকলোৰে জনা কথা যদিও কথাটো মই আকৌ মনত পেলোৱাটো একো অতিৰিক্ত কাম বুলি ভবা নাই।

ফ্ৰান্সৰ ৰজা চ্ছাৰ্ল্‌চ ইটালিলৈ অহাৰ আগতে এই ৰাজ্য পোপ, ভেনিছীয়সকল, নেপ্‌লছৰ ৰজা, মিলানৰ ডিউক আৰু ফ্লোৰেণ্টাইনবিলাকৰ শাসনাধীন আছিল। এই ৰজাসকলৰ দুটা চিন্তা প্ৰধান আছিল। এটা

হৈছে, যাতে কোনো বিদেশীয়ে সামৰিক অস্ত্ৰ-শস্ত্ৰৰ সহায়েৰে ইটালিত সোমাব নোৱাৰে, আৰু আনটো হৈছে, যাতে চলিত চৰকাৰবিলাকে কোনেও ৰাজ্যবিস্তাৰ কৰিব নোৱাৰে। বেছিকৈ লক্ষ্য ৰাখিবলগীয়া আছিল পোপ আৰু ভেনিছীয়সকল। ভেনিছীয়সকলক দমাই ৰাখিবলৈ আন সকলোৰে সহায় লগা হৈছিল। ফেৰাৰা ৰক্ষাৰ ক্ষেত্ৰতে তেনেকুৱা প্ৰয়োজন আহি-ছিল। পোপক দমাই ৰাখিবৰ কাৰণে ৰোমান ডাঙৰীয়াসকলৰ সহায় লবলগীয়া হৈছিল। তেওঁলোকৰ ভিতৰত দুটা দল হৈছিল — এটা অৰ্চিনি আৰু আনটো কোলোন্নো। দুয়োটাৰ ভিতৰত কেতিয়াও কাজিয়া নুগুচিছিল। ফলত সিহঁত সদায় সামৰিক ব্যৱস্থাতে থাকিব লগাত পৰিছিল আৰু পোপৰ চকুৰ আগতে সিহঁতে পোপীয় অনুষ্ঠানটো দুৰ্ব্বল আৰু নিশকতীয়া কৰি তুলিছিল। মাজে মাজে অৱশ্যে ছেক্সটাছৰ দৰে দৃঢ় মনৰ পোপ দুই এজন ওলাইছিল, কিন্তু তেওঁলোকৰ সেই ভাগ্য বা কৰ্ম্ম-ক্ষমতাই এইবোৰ দুষ্কৃতিৰপৰা অনুষ্ঠানটো আঁতৰাই ৰাখিব পৰা নাছিল। এনে হবলৈ পাইছিল তেওঁলোক অতি কম দিন গাদীত থকাৰ কাৰণে। সাধাৰণতে পোপ এজন থাকিছিল দহ বছৰ। এই দহ বছৰৰ ভিতৰত এটা দলক শাসনৰ তললৈ আনিবলৈকে বহুত কষ্ট কৰিবলগীয়া হৈছিল আৰু ধৰি লওক, যদি কোলোন্না দলটোক যেনিবা প্ৰায় দমালেই, এনেতে আকৌ এজন নতুন পোপ ওলাব যিজনৰ হয়তো অৰ্চিনি দলৰ লগত কাজিয়া। ফলত কোলোন্না আকৌ মূৰ দাঙি উঠিব আৰু পোপজনে সময়মতে সিহঁতক দমাবই নোৱাৰিব।

ইয়াৰপৰাই পোপৰ বৈষয়িক ক্ষমতা ইটালিত কোনেও নমনাত পৰিল। তাৰ পিছত আহিল ৬ষ্ঠ আলেকজেণ্ডাৰ। সকলো পোপৰ ভিতৰত তেঁৱেই বঢ়িয়াকৈ দেখুৱাই দিলে কেনেকৈ ধন আৰু বলেৰে পোপৰ ক্ষমতা প্ৰতিষ্ঠা কৰিব পাৰি। ডিউক ভেলেণ্টাইনক (চিজাৰেক) হাতত লৈ, আৰু লগতে ফৰাচী আক্ৰমণৰ সুবিধা লৈ, ডিউকৰ কাৰ্য্যাৱলী আলোচনা কৰোঁতে মই যি কৈ আহিছোঁ সেই সকলোখিনিকে তেওঁ কৰি লৈছিল। গীৰ্জ্জা-ঘৰক ওপৰলৈ তোলাতকৈ ৰজাক ওপৰলৈ তোলাটোহে যদিও তেওঁৰ উদ্দেশ্য আছিল, তথাপি তেওঁৰ কামৰদ্বাৰা গীৰ্জ্জাঘৰৰহে বেছি লাভ হ'ল আৰু গীৰ্জ্জাহে ডিউকৰ মৃত্যুৰ পিছত তেওঁৰ সকলো পৰিশ্ৰমৰ ফলভাগী হ'ল। তাৰ পিছত আহিল পোপ জুলিয়াছ। তেওঁ দেখিলে গীৰ্জ্জাঘৰ তেতিয়া শক্তিশালী, ৰোমানা গোটেইখন হাতৰ মুঠিত, ৰোমান ডাঙৰীয়া আটাইবিলাকেই পদদলিত আৰু আলেকজেণ্ডাৰৰ নিষ্ঠুৰ শাসনত সকলো হাই-কাজিয়া নাইকিয়া হৈ গৈছে আৰু আলেকজেণ্ডাৰৰ আগলৈকে কামত

নলগোৱা সকলো উপায় অৱলম্বন কৰি টকা ঘটাৰ বাট মুকলি হৈ আছে। জুলিয়াছেও সেই উপায়বোৰকে কামত লগাইছিল। অকল সেইবোৰ উপায় কামত লগোৱাই নহয়, নতুন নতুন উপায়ো তেওঁ উদ্ভাৱন কৰিছিল। বোলোনো অধিকাৰ কৰিবলৈ, ভেনিছীয়সকলক দমাবলৈ আৰু ফৰাচীসকলক ইটালিৰপৰা উলিয়াই পঠিয়াবলৈ তেওঁ প্ৰতিজ্ঞা কৰিছিল। এই সকলো অভিযানত তেওঁ কৃতকাৰ্য্যও হৈছিল। দৰাচলতে তেওঁহে বেছি প্ৰশংসাৰ যোগ্য, কাৰণ তেওঁ কোনো বিশেষ ব্যক্তিৰ উন্নতিৰ কাৰণে কাম কৰা নাছিল, কৰিছিল গোটেই গীৰ্জ্জাঘৰীয়া অনুষ্ঠানটোৰ কাৰণে। তাৰ উপৰি, তেওঁ অৰ্চিনি আৰু কোলোন্না এই দুটা দল যি অৱস্থাত পাইছিল, সেই অৱস্থাতেই ৰাখিছিল। অৱস্থাৰ পৰিবৰ্ত্তন বিচৰা দুই এজন নেতা তেওঁ-লোকৰ মাজত কেতিয়াবা ওলালেও দুটা কথাই তেওঁলোকক স্থিৰভাৱে ৰাখিছিল; তাৰে এটা হৈছে গীৰ্জ্জাঘৰৰ আধিপত্য। এই কথাটোলৈ তেওঁ-লোকে বৰ ভয় কৰিছিল। আনটো হৈছে পোপৰ অধীনস্থ ৰজা। এনে পোপৰ অধীনস্থ ৰজাসকলেই যত উৎপাতৰ গুৰি। তেওঁলোকৰ মাজত এনে পোপৰ অধীনস্থ ৰজা থাকিলে তেওঁলোক কেতিয়াও থিৰেৰে থাকিব নোৱাৰিছিল। কাৰণ তেওঁলোকে ৰোমৰ ভিতৰে বাহিৰে সেই দলবিলাকৰ মাজতে আন্দোলনৰ সৃষ্টি কৰে আৰু বেৰনসকলে বাধ্য হৈ তেওঁলোকৰ প্ৰতিৰক্ষাৰ ব্যৱস্থা কৰিবলগীয়া হয়। এনেকৈয়ে গীৰ্জ্জাঘৰীয়া বিষয়া-সকলৰ উচ্চাকাঙ্ক্ষা বা দুৰাকাঙ্ক্ষাৰপৰা ডাঙৰীয়াসকলৰ মাজত হাই-কাজিয়া আৰু উৎপাতৰ উদ্ভৱ হয়। সেই কাৰণে পোপ দশম লেয়ো মহাপ্ৰভুৱে তেখেতৰ শাসনকালটো অতি ক্ষমতাপূৰ্ণভাৱে চলাইছিল। অইনবিলাক পোপে তেওঁলোকৰ শাসন যেনেকৈ অস্ত্ৰ-শস্ত্ৰৰ শক্তিৰ ওপৰত প্ৰতিষ্ঠিত কৰিছিল, এইজন পোপে কৰিছিল তেওঁৰ সততা আৰু অন্যান্য অসীম গুণাৱলীৰ ওপৰত। আৰু সেই কাৰণেই তেওঁৰ শাসনৰ মাহাত্ম্যৰ প্ৰতি মানুহে শ্ৰদ্ধাৰে মূৰ দোঁৱাব বুলি আশা কৰিব পাৰি।

# ১২

## বিভিন্নধৰণৰ সৈন্যবাহিনী আৰু ভেৰনীয়া সৈন্য

এইবিলাক ৰাজ্যৰ প্ৰকৃতিৰ বিষয়ে যি আলোচনাৰ অৱতাৰণা কৰিছিলোঁ, সেই আলোচনা সম্পূৰ্ণৰূপেই কৰা হ'ল আৰু এনে ৰাজ্যৰ উন্নতি বা অকৃতকাৰ্যতাসম্পৰ্কেও আংশিকভাৱে আলোচনা কৰা হ'ল। লগতে, এনে ৰাষ্ট্ৰসমূহ লাভ কৰিবলৈ বহুত লোকে অৱলম্বন কৰা বিভিন্ন পন্থাৰ বিষয়েও দাঙি ধৰিলোঁ। এতিয়া মোৰ বাকী থাকিল প্ৰত্যেকৰে ক্ষেত্ৰত প্ৰযোজ্য সংৰক্ষণাত্মক আৰু আক্ৰমণাত্মক পন্থাবিলাকৰ বিষয়ে এটা সাধাৰণ আলোচনা কৰাটো। ৰজাসকলৰ নিজৰ ভেটি টনকিয়াল হোৱাটো কিমান আৱশ্যকীয় সেই বিষয়ে আলোচনা কৰি অহা হৈছে। ভেটি টনকিয়াল নহলে ৰজাৰ পতন অনিবাৰ্য্য। নতুনেই হওক বা পুৰণিয়ে হওক বা নতুন-পুৰণিৰ সংমিশ্ৰণেই হওক, সকলোধৰণৰ ৰাষ্ট্ৰৰে মূল ভেটি হৈছে উৎকৃষ্ট আইন আৰু উৎকৃষ্ট সামৰিক শক্তি। উৎকৃষ্ট সামৰিক শক্তি নাথাকিলে উৎকৃষ্ট আইনো থাকিব নোৱাৰে আৰু উৎকৃষ্ট সামৰিক শক্তি থাকিলে উৎকৃষ্ট আইনো থাকিবই লাগিব। সেইকাৰণে এতিয়া মই উৎকৃষ্ট আইনৰ কথা নকৈ উৎকৃষ্ট সামৰিক শক্তিৰ কথাকে ক'ম।

যি সামৰিক শক্তিৰদ্বাৰা এজন ৰজাই তেওঁৰ অধিকৃত অঞ্চলবিলাক ৰক্ষা কৰে, সেই শক্তি হয় তেওঁৰ নিজৰ, নহয় ভেৰণীয়া, নহলে আনৰপৰা সহায়হিচাপে পোৱা হব, বা এইকেইটাৰে সংমিশ্ৰণ হব। ভেৰণীয়া সৈন্য-বাহিনী আৰু সাহায্যবাহিনীৰপৰা একো লাভ নাই বৰং ভয়হে আছে। কোনোবাই যদি ভেৰণীয়া সৈন্যবাহিনীৰ ওপৰত ৰাজ্যৰ নিৰাপত্তাৰ নিৰ্ভৰ ৰাখে, তেন্তে তেওঁ কেতিয়াও দৃঢ় আৰু নিশ্চিত হৈ থাকিব নোৱাৰে. কাৰণ সিহঁতৰ মাজত একতা নাই, দুৰকাঙ্ক্ষী সিহঁত, উচ্ছৃংখল, অবিশ্বাসী; বন্ধুৰ ওচৰত সিহঁত যথেষ্ট সাহসী কিন্তু শত্ৰুৰ ওচৰত ভীৰু, ঈশ্বৰৰ প্ৰতি সিহঁতৰ ভয় নাই, মানুহৰ ওপৰত সিহঁতৰ বিশ্বাস নাই। যিমান দিনলৈকে আক্ৰমণ নোহোৱাকৈ থাকে, সিমান দিনলৈকেহে ৰজাই ধ্বংসৰ হাত সাৰি থাকে। শান্তিৰ কালত লুটপাট কৰে সিহঁতে আৰু যুদ্ধৰ দিনত কৰে শত্ৰুৱে। ইয়াৰ কাৰণ হৈছে, প্ৰেম বা অন্য কোনো অভিলাসে সিহঁতক যুদ্ধৰত কৰি ৰাখিব নোৱাৰে, ৰাখে যৎসামান্য যুদ্ধৰ বানচে।

এই অলপীয়া যুদ্ধৰ বানচৰ কাৰণে সিহঁতে ৰজাৰ কাৰণে মৰিবলৈ আগ নাবাঢ়ে। আপুনি যুদ্ধ নলগোৱালৈকে সিহঁত আপোনাৰ সৈন্য হৈ থাকিব ঠিকেই, কিন্তু যুদ্ধ যেতিয়া আহি পৰিব তেতিয়া সিহঁত পলাই গৈ গৈ নাইকিয়া হ'ব। এইটো কথা প্ৰমাণ কৰিবলৈ বেছি কষ্ট কৰিবই নালাগে, কাৰণ বহুবছৰ ধৰি ভেৰণীয়া সৈন্য ৰখাৰ কাৰণেই ইটালিৰ ধ্বংস হ'ল, অইন একোৰপৰা হোৱা নাই। সিহঁতে কিছুমান বেলেগ বেলেগ মানুহক মুৰে দাঙি উঠাত সঁচাকৈয়ে সহায় কৰিলে। সিহঁতৰ ভিতৰতে যেতিয়া অৰিয়াঅৰি লাগিব, তেতিয়া দেখিব যেন সিহঁতৰ সাহসৰ অন্তই নাই, কিন্তু যেতিয়া বিদেশীয়ে আহি আক্ৰমণ কৰিব, তেতিয়া দেখা যাব যে সিহঁত অতি অপদাৰ্থ। এনেকুৱা অৱস্থাতে ফ্ৰান্সৰ ৰজা চ্ছাৰ্লছে অকনো আহুকাল নোহোৱাকৈ ইটালি অধিকাৰ কৰিব পাৰিছিল। যিবিলাকে কৈছিল আমাৰ পাপৰ কাৰণেই এইটো সম্ভৱ হোৱা বুলি সেইবিলাকে সঁচা কথাই কৈছিল। পিছে মই যিবিলাক পাপৰ কথা কৈছোঁ তাৰ বাহিৰে অইন পাপৰ কথা তেওঁলোকেও কোৱা নাই। এই পাপবিলাক আছিল ৰজাসকলৰ আৰু ৰজাসকলে সেকাও পাইছিল সেই-হিচাবে।

এই সামৰিক শক্তিৰ দোষত্ৰুটিবিলাকৰ কথা মই আৰু বহলাই ক'ম। ভেৰণীয়া সৈন্যাধ্যক্ষসকল হয় অতি কাৰ্য্যক্ষম, নহলে কাৰ্য্যক্ষম নহয়েই। যদি তেওঁলোক কাৰ্য্যক্ষম হয় তেন্তে তেওঁলোকক আপুনি বিশ্বাস কৰিব নোৱাৰে, কাৰণ তেওঁলোকে সদায় নিজে কেনেকৈ ডাঙৰ হয় তাৰ চেষ্টাত থাকিব, আৰু উদ্দেশ্য সাধন কৰিবলৈ হয় তেওঁলোকৰ গৰাকী অৰ্থাৎ আপোনাৰ ওপৰতে অত্যাচাৰ কৰিব, নহলেবা আপোনাৰ ইচ্ছাৰ বিৰুদ্ধে আনৰ ওপৰত অত্যাচাৰ চলাব। কিন্তু সৈন্যাধ্যক্ষসকল যদি কাৰ্য্যক্ষম নহয়, তেন্তে তেওঁলোকে আপোনাৰ সৰ্ব্বনাশ সাধিব। যদি কোনোবাই কয় যে যাৰে সামৰিক শক্তি আছে সেয়ে তেনেকুৱা কৰিব, লাগিলে ভেৰণীয়া হওকেই বা নহওকেই, তাৰ উত্তৰত মই কম যে, সৈন্য ব্যৱহাৰ কৰিব লাগিলে, হয় ৰজাই কৰিব লাগিব, নহয় গণৰাজ্যই কৰিব লাগিব। ৰজাই ব্যৱহাৰ কৰিবৰ হলে তেওঁ নিজে সৈন্যাধ্যক্ষ হৈ যাব লাগিব, আৰু গণ-ৰাজ্যই ব্যৱহাৰ কৰিবৰ হলে গণৰাজ্যৰ প্ৰজাকে পঠিয়াব লাগিব। যিজনক পঠোৱা হয় তেওঁক যদি কাৰ্য্যক্ষম নহয় যেন দেখা যায়, তেন্তে গণৰাজ্যই তেওঁক সলাই অইন এজনক দিব লাগিব। আৰু যদি কাৰ্য্যক্ষম হয়, তেন্তে আইনৰ শৃংখলাৰে তেওঁক সীমা অতিক্ৰম কৰিব নোৱাৰাকৈ ৰাখিব লাগিব। অভিজ্ঞতাৰপৰা জনা যায় যে, কেৱল ৰজা আৰু সামৰিক শক্তিপুষ্ট

গণৰাজ্যবিলাকেই মহৎ উন্নতি সাধন কৰিব পাৰে, কিন্তু ভেৰণীয়া সৈন্যই অনিষ্টৰ বাহিৰে একো কৰিব নোৱাৰে। বিদেশী সৈন্যবলেৰে বলীয়ান গণৰাজ্য এখনতকৈ নিজ সৈন্যেৰে বলীয়ান এখন গণৰাজ্যই নিজ দেশৰ এজন নাগৰিকৰ শাসনৰ ওচৰত বৰ্ছি সহজে মূৰ দোঁৱায়।

বহু শতাব্দী ধৰি ৰোম আৰু স্পাৰ্টা অস্ত্ৰ-শস্ত্ৰৰে সুসজ্জিত আৰু স্বাধীন আছিল। চুইজাৰ্লেণ্ডীয়সকল সুসজ্জিত আৰু তেওঁলোকেও যথেষ্ট স্বাধীনতা উপভোগ কৰিছে। পুৰণি কালৰ ভেৰণীয়া সৈন্যৰ উদাহৰণ দিবৰ হলে কাৰ্থেজীয়সকলৰ দিনলৈ আঙুলিয়াব পাৰি। ৰোমান-সকলৰ লগত হোৱা প্ৰথম যুদ্ধ শেষ হৈ যোৱাৰ পিছত, তেওঁলোকৰ নিজৰ সৈন্যাধ্যক্ষ থাকোঁতেও, কাৰ্থেজীয়সকলক ভেৰণীয়া সৈন্যই বৰ অত্যাচাৰ কৰে। মেছিডনৰ ফিলিপক ঠিবানসকলে এপামিনণ্ডাছৰ মৃত্যুৰ পিছত তেওঁলোকৰ সৈন্যাধক্ষ পাতি দিলে। আৰু যুঁজত জয়লাভ কৰিয়ে তেওঁ সিহঁতৰ স্বাধীনতা কাঢ়ি ললে। ৰজা ফিলিপৰ মৃত্যুৰ পিছত, মিলানৰ নাগৰিকসকলে ভেনিছীয়সকলৰ বিৰুদ্ধে ফ্ৰাণ্চিস্কো স্ফোৰ্জাক ভেৰণীয়াকৈ আনিলে। এই ফ্ৰাণ্চিস্কো স্ফোৰ্জাই কাৰাভাজ্জিয়োত শত্ৰুপক্ষক পৰাজয় কৰি, তেওঁৰ নিজৰে নিয়োগকৰ্ত্তা মিলানীয়সকলক অত্যাচাৰ কৰিবৰ কাৰণে, সেই শত্ৰুপক্ষৰ লগতে বন্ধুত্ব স্থাপন কৰিলে। এই স্ফোৰ্জাৰ পিতাক নেপল্‌ছৰ ৰাণী জিয়োভান্নাৰ তলৰ এজন সৈনিক থাকোঁতে হঠাৎ তেওঁক নিৰস্ত্ৰ অৱস্থাত এৰি থৈ গুচি গ'ল। উপায় নাপাই ৰাণীয়ে আৰাগনৰ ৰজাৰ বাহুবন্ধনত নিজকে বিলাই দিবলগীয়া হ'ল। আৰু যদি ভেনিছীয় আৰু ফ্লোৰেণ্ডবাসীসকলে অতীতত কেতিয়াবা এনে সৈন্যৰ দ্বাৰা তেওঁ-লোকৰ ৰাজ্য বঢ়াইছিল আৰু তেওঁলোকৰ সৈন্যাধ্যক্ষসকলে নিজে সিংহাসন অধিকাৰ নকৰি তেওঁলোকৰ সংৰক্ষণতেহে প্ৰবৃত্ত আছিল, তেতিয়া মই কওঁ যে, এই ক্ষেত্ৰত ফ্লোৰেণ্ডবাসীসকলক সৌভাগ্যইহে সহায় কৰিছিল, কাৰণ যিসকল সমৰ্থবান নেতাক তেওঁলোকে ভয় কৰিছিল, তাৰে কিছু-মানে দেশজয় কৰাই নাছিল, কিছুমান বাধাৰ সম্মুখীন হবলগীয়া হৈছিল, আৰু বাকীবিলাকে অইন দেশজয় কৰিবলৈ মন মেলিছিল। যিজনে দেশ-জয় কৰা নাছিল তেওঁ হৈছে ছাৰ জন হকউড। কিন্তু তেওঁ বিজয়ী হৈ পোৱা নাই যেতিয়া তেওঁৰ আনুগত্য কিমান সেই বিষয়েও জনা নাযায় আৰু সকলোৱে মানি লব লাগিব যে, তেওঁ যদি বিজয়ী হবলৈ পালেহেতেন, তেন্তে গোটেই ফ্লোৰেণ্ডবাসীসকলেই তেওঁৰ সৌজন্যৰ দাস হৈ থাকিব লাগিলহেতেন। ব্ৰাচ্ছেছিসকল সদায় আছিল স্ফোৰ্জাৰ প্ৰতিকূলে আৰু তাৰপৰাই এটা পাৰস্পৰিক সংযমৰ ব্যৱস্থা ওলাইছিল। ফ্ৰাণ্চিস্কোৰ লুভীয়া

চকু পৰিছিল লম্বাৰ্ডিৰ পিনে। ব্ৰাঞ্চিয়ো আছিল সদায় গীৰ্জাঘৰ আৰু নেপ্‌লছ ৰাজ্যৰ বিৰুদ্ধে।

কিন্তু আজি কিছুদিনৰ আগতে মাত্ৰ কি ঘটিছিল সেইটো চাওঁ ৰ'বচোন। ফ্লোৰেণ্ডবাসীসকলে পাউলো ভিটেলি বুলি এজন বৰ জ্ঞানী মানুহক তেওঁলোকৰ সৈন্যাধ্যক্ষ পাতিছিল। এওঁ অতি সামান্য অৱস্থাৰপৰা অত্যুচ্চ সম্মান আৰু যশস্যাৰ স্থানলৈ উন্নীত হৈছিল। তেওঁ যদি পিছা অধিকাৰ কৰিলেহেতেন, তেন্তে ফ্লোৰেণ্ডবাসীসকলে তেওঁৰ বন্ধুত্ব ৰক্ষা কৰাটো অতি লাগতিয়াল পালেহেতেন, কাৰণ তেওঁ যদি তেওঁলোকৰ শত্ৰুপক্ষৰ যুঁজাৰু হ'লহেতেন তেন্তে তেওঁৰ বিপক্ষতা আচৰণ কৰিবলৈ কোনো উপায় নাথাকিলহেতেন, আৰু তেওঁলোকে যদি তেওঁক ৰাখিলেও-হেতেন তেন্তে তেওঁলোকে তেওঁক মানি চলিবলৈ বাধ্য হ'লহেতেন। ভেনিছীয়সকলৰ কথা কৈছোঁ। তেওঁলোকে কৰা উন্নতিৰ বিষয় যদি কোনোবাই ভাবি চায়, তেন্তে দেখিব যে তেওঁলোকে যেতিয়ালৈকে নিজা সৈন্যেৰে যুদ্ধ কৰিছিল তেতিয়ালৈকে নিশ্চয়তা আৰু গৌৰৱেৰে যুঁজিছিল, আৰু থলেদি যেতিয়া তেওঁলোকে অভিযান আৰম্ভ কৰিছিল তেতিয়া তেওঁলোকে নিজপক্ষীয় লোক আৰু সশস্ত্ৰ নাগৰিকৰ সহায়ত যথেষ্ট সাহসেৰে যুঁজ কৰিছিল। কিন্তু যুদ্ধ আৰম্ভ কৰাৰ পিছত তেওঁ-লোকে সেই সদ্ব্যৱস্থা পৰিত্যাগ কৰি ইটালীয় প্ৰথা অৱলম্বন কৰাত লাগিল। স্থলাভিযানৰ প্ৰাৰম্ভতে তেওঁলোকৰ ৰাজ্য যেতিয়া বেছি ডাঙৰ নাছিল, আৰু তেওঁলোকৰ যশস্যাও আছিল সুদূৰপ্ৰসাৰী, তেতিয়া তেওঁ-লোকে ভয় কৰিবলগীয়া বিশেষ নাছিল, কিন্তু কাৰ্মাগ্‌নোলাৰ দিনত হোৱাৰ দৰে তেওঁলোকৰ অধিকৃত অঞ্চল যিমানেই বাঢ়িবলৈ ধৰিলে, তেওঁলোকৰ ভুলটো সিমানেই ওলাই পৰিল। মিলানৰ ৰজাক পৰাজয় কৰাৰ পিছত যেতিয়া দেখিলে যে তেওঁ বৰ শক্তিশালী আৰু আনহাতে যেতিয়া জানিলে যে এইখন যুদ্ধত তেওঁৰ সহযোগ অতি উপৰুৱা, তেতিয়া তেওঁলোকে তেওঁক আৰু দেশ জয় কৰিবলৈ নপঠোৱাটোকে থিৰ কৰিলে। অথচ তেওঁক খেদিবও নোৱাৰা হ'ল। পাৰিলেওনো খেদে কেনেকৈ? জানোচা পোৱাখিনিও হেৰায়! গতিকে তেওঁৰপৰা নিষ্কণ্টক হ'বলৈ অৱশেষত তেওঁলোকে তেওঁক একেবাৰেই শেষ কৰি পেলাবলগীয়া হ'লগৈ। তাৰ পিছত তেওঁলোকে সৈন্যাধ্যক্ষহিচাবে পালে বাৰ্টোলোম্মেয়ো, ডা বেৰ্‌গামো, ৰবাৰ্টো ডা ছান ছেভেৰিনো, কাউণ্ট্ ডি পিটিগ্লিয়ানো আৰু তেনেধৰনৰ লোকক। এইসকলপৰা তেওঁলোকে লাভতকৈ ক্ষতি পাইছিল সৰহ। ভাইলা বোলা ঠাইডোখৰত তেনেকুৱা ঘটনা ঘটিছিল। তাত

তেওঁলোকে আঠ শ বছৰত যি বহু পৰিশ্ৰমেৰে লাভ কৰিছিল তাক একে-দিনতে হেৰুৱালে। কাৰণ এনেবোৰ সৈন্যেৰে অতি লাহে ধীৰে অ'ত অলপ, ত'ত অলপকৈ নামমাত্ৰ লাভহে গোটোৱা হয়, কিন্তু আনহাতে, হঠাতে গম নোপোৱাকৈয়ে অসম্ভৱধৰণে ক্ষতি সাধন হয়। ইটালি আজি-কালি বহুবছৰ ধৰি ভেৰণীয়া সৈন্যৰ শাসনত আছে। আৰু তাৰেই উদাহৰণ মই দিছোঁ। এতিয়া মই আৰু বেছি বহলভাৱে আলোচনা কৰিম, যাতে তাৰ উৎপত্তি আৰু অগ্ৰগতিৰ বিষয় বুজি শুনি এই ব্যৱস্থাৰ প্ৰতিকাৰ কৰা সহজ হয়।

এটা কথা বুজা উচিত যে, পিছৰ কালছোৱাত ইটালিৰ মানুহে যেতিয়াই সাম্ৰাজ্যৰ প্ৰতি বিৰুদ্ধাচৰণ কৰিবলৈ ধৰিলে আৰু পোপে ৰাজ্যসম্পৰ্কীয় কথাত বেছি যশস্যা আৰ্জন কৰিবলৈ ধৰিলে, ইটালি বহুত ৰাজ্যত বিভক্ত হৈ পৰিল। বহুতো প্ৰধান প্ৰধান নগৰে ডাঙৰীয়াসকলৰ বিৰুদ্ধে অস্ত্ৰ-ধাৰণ কৰিলে; ডাঙৰীয়াসকলে সম্ৰাটৰপৰা সা-সুবিধা পাই সেই নগৰ-বিলাক দমন কৰি লৈছিল। গীৰ্জ্জাঘৰে ৰাজ্যসম্পৰ্কীয় ক্ষমতা বঢ়াবৰ কাৰণে এই কাৰ্য্যবিলাকক প্ৰশ্ৰয় দিছিল। অন্য কিছুমান নগৰত আকৌ কোনোবা এজন নাগৰিকেই ৰজা হৈ উঠিল। এনেকৈয়ে ইটালিখন প্ৰায় সম্পূৰ্ণ-ৰূপেই গীৰ্জ্জাঘৰৰ হাতলৈ আৰু কেইখনমান গণৰাষ্ট্ৰৰ হাতলৈ আহিল। কিন্তু পুৰোহিত আৰু অন্যান্য প্ৰজাসকলে কেতিয়াও অস্ত্ৰধাৰণ কৰি পোৱা নাই। গতিকে, তেওঁলোকে বিদেশী লোকক সৈন্যহিচাবে ভেৰণীয়া কৰি আনিলে। এনেকুৱা সৈন্যবাহিনী ৰোমানাৰ অধিবাসী আল্‌বেৰিগো ডা কমোৰ হাতত পৰি যশস্যাৰ অধিকাৰী হ'ব পৰা হ'ল। ব্ৰাচ্ছিয়ো আৰু স্ফোৰ্জা বুলি যি দুজন লোক তেওঁলোকৰ দিনত ইটালিৰ ভাগ্যনিয়ন্তা আছিল তেওঁলোক দুয়োকে সেই আল্‌বেৰিগোই প্ৰশিক্ষণ দিছিল। তাৰ পিছত যিকেইজনৰ হাতত পৰিল তেওঁলোকে আজিকোপতি ইটালিৰ সৈন্যবাহিনী নিয়ন্ত্ৰণ কৰি আহিছে আৰু তেওঁলোকৰ বীৰত্বৰ ফল-স্বৰূপেই ইটালি চ্ছাৰ্লছে পৰাজয় কৰিলে, লুইয়ে চিকাৰহিচাবে ব্যৱহাৰ কৰিলে, ফাৰেণ্ডোই ইটালিৰ ওপৰত অত্যাচাৰৰ সীমা নাৰাখিলে আৰু চুইছবিলাকে অপমানৰ বোজা জাপি দিলে। ভেৰণীয়া সৈন্যবাহিনীয়ে যিটো উপায় অৱলম্বন কৰে, সেইটো হৈছে—প্ৰথমে সিহঁতে পদাতিক সৈন্যবিলাকৰ দোষ খুচৰি দেখুৱাই নিজৰ যশস্যা বৃদ্ধি কৰি লয়। সিহঁতে এইটো কৰাৰ কাৰণ হৈছে সিহঁতৰ নিজৰ কোনো দেশ নাই; নিজৰ আৰ্জনেৰে সিহঁত বৰ্ত্তি থাকিবলগীয়াত পৰে, ইপিনে এমুঠি পদাতিক সৈন্যই নিজৰ যশস্যা বৃদ্ধি কৰিবও নোৱাৰে। আনহাতে সৰহকৈ পদাতিক

ৰখাৰো সংস্থান নাই। সেই কাৰণে সিহঁত প্ৰায় সদায়েই অশ্বাৰোহী সৈন্যহে হৈছিল আৰু তাৰপৰা সিহঁতৰ আৰ্জনো সৰহ হৈছিল আৰু সম্মানো পাইছিল যথেষ্ট। পদাতিকৰ সংখ্যা সিহঁতে ইমানলৈকে নমাই আনিছিল যে, ২০,০০০ সৈনিকৰ এটা সৈন্যবাহিনীত ২০০০ পদাতিক সৈন্যও নাছিল। সিহঁতৰ আৰু সৈন্যবিলাকৰ নিজৰ যাতে কোনো দুখকষ্ট আৰু ভয়ভীতি নহয় তাৰ কাৰণে সিহঁতে সকলো উপায় অৱলম্বন কৰিছিল। সিহঁতে নিজৰ ভিতৰত কেতিয়াও মৰামাৰি কটাকটি নকৰিছিল, মুক্তি-ধনৰ আশা নকৰাকৈয়ে সৈন্য বন্দী কৰিছিল।* ৰাতি সিহঁতে কোনো দুৰ্গ আক্ৰমণ নকৰিছিল; যিবিলাক দুৰ্গৰ ভিতৰত আছিল তেওঁলোকেও যুদ্ধৰ শিবিৰবোৰ ৰাতি আক্ৰমণ নকৰিছিল। সিহঁতে শিবিৰৰ চাৰিওফালে খাল বা ঢাপ নামাৰিছিল আৰু জাৰকালি যুদ্ধক্ষেত্ৰলৈ নগৈছিল। এই সকলোবোৰ সিহঁতৰ শাসননীতিৰ ভিতৰুৱা কথা আছিল। ইয়াৰ উদ্দেশ্য আছিল বিপদ-আহুকালৰপৰা হাত সাৰি থকা। আৰু এনেকৈয়ে সিহঁতে গোটেই ইটালিখনত দাসত্ব আৰু অধোগতিৰ সীমা নোহোৱা কৰিলে।

* মুক্তি-ধন—বন্দী সৈন্য নাইবা বিষয়াক মুকলি কৰি দিবৰ কাৰণে আগবঢ়োৱা ধন।

# ১৩

## সহায়ক, মিশ্রিত আৰু থলুৱা সৈন্যবাহিনী

কোনো ৰজাই যেতিয়া তেওঁৰ ওচৰচ্ৰ্ৰীয়া ৰজা এজনক তেওঁৰ সৈন্য-বাহিনী দি সহায় কৰিবলৈ খাটনি ধৰে তেতিয়া সিজনে যি সৈন্যবাহিনী দি সহায় কৰে তাক সহায়ক সৈন্যবাহিনী বোলা হয়। এনেকুৱা সৈন্য-বাহিনীও ভেৰণীয়া সৈন্যবাহিনীৰ দৰেই অকৰ্ম্মণ্য। কিছ্ৰদিনৰ আগতে জ্ৰলিয়াছে তাকে কৰিছিল। ফেৰাৰা অভিযানত, ভেৰণীয়া সৈন্যবাহিনীৰ শোচনীয় পৰাজয় হোৱাত জ্ৰলিয়াছে সহায়ক সৈন্যবাহিনীৰ সহায় লয় আৰ্ৰু স্পেইনৰ ৰজা ফেৰাণ্ডোৰ লগত ব্যৱস্থা কৰে যে তেওঁ জ্ৰলিয়াছক সৈন্যবাহিনী দি সহায় কৰিব। এই সৈন্যবাহিনীবিলাক নিজে হয়তো ভালেই, কিন্তু যি সিহ্ঁতৰ সহায় লয় তেওঁৰ পক্ষে সিহ্ঁত বিপদৰহে কাৰণ হৈ পৰে, কিয়নো সিহ্ঁত হাৰিব লাগিলে সহায় লোৱা মান্ৰহজনো হাৰিল, নহলে, সিহ্ঁত জিকিলে সহায় লোৱাজন সিহ্ঁতৰ বন্দী হৈ থাকিব-লগীয়া হ'ল। অতীত ব্ৰৰঞ্জীত ইয়াৰ উদাহৰণ ভৰি আছে যদিও দ্বিতীয় পোপ জ্ৰলিয়াছৰ উদাহৰণটোকে দিওঁ। পোপ জ্ৰলিয়াছৰ কথা এতিয়াও মান্ৰহৰ মনত নতুন হৈয়ে আছে। ফেৰাৰা অধিকাৰ কৰিবৰ কাৰণে তেওঁ এজন বিদেশীৰ হাতত নিজকে সমৰ্পণ কৰিছিল। ইয়াতকৈ আৰ্ৰু ম্ৰৰ্খালি কি হব পাৰে? ভাগ্যে যেনিবা এটা তৃতীয় শক্তিৰ আবিৰ্ভাৱত নিজৰ ম্ৰৰ্খালিৰ ফল তেওঁ ভুগিবলগীয়া নহ'লগৈ। হ'ল কি, ৰাভেনাত যেতিয়া তেওঁৰ সহায়ক সৈন্যবাহিনী পৰাজিত হ'ল, তেতিয়া চুইছবিলাকে ম্ৰৰ দাঙি উঠিল আৰ্ৰু বিজয়ী শক্তিক ওভতাই পঠালে। এনেকুৱাটো যে হৈ উঠিব তাক কোনেও ভাবিবই পৰা নাছিল। পিছত শত্ৰ্ৰসৈন্য পলাই যোৱাত তেওঁ সিহ্ঁতৰ বন্দী হবলগীয়া নহ'ল আৰ্ৰু তেওঁৰ ভেৰণীয়া সৈন্যয়ো তেওঁক বন্দী কৰিব নোৱাৰিলে, যিহেতু সিহ্ঁতে নিজে তেওঁক জিকোৱা নাই, জিকাইছিল বেলেগ সৈন্যবাহিনীয়েহে। ফ্লোৰেণ্চবাসীসকলৰ সৈন্য-সামন্ত একেবাৰেই নোহোৱাত তেওঁলোকে পিছা আক্ৰমণ কৰিবলৈ ১০,০০০ ফৰাছী সৈন্য ভেৰণীয়া কৰি আনিছিল। তেওঁলোকে এই উপায় অৱলম্বন কৰি তেওঁলোকৰ য্ৰদ্ধ প্ৰচেষ্টাৰ সমগ্ৰ কালছোৱাৰ ভিতৰতে আটাইতকৈ বিপদ-সঙ্কুল অৱস্থা স্ৰৃষ্টি কৰি পেলালে। কনষ্টাণ্টিনোপ্‌লৰ সম্ৰাটে তেওঁৰ

ওচৰচুবুৰীয়াক হোহকাই পঠিয়াবলৈ গ্ৰীচত ১০,০০০ টুৰ্কী আনি সমুৱাই দিলে। এই টুৰ্কীবিলাক যুদ্ধৰ পিছতো গুচি নগলগৈ আৰু তাৰপৰাই আৰম্ভ হ'ল বিধৰ্ম্মীৰ তলত গ্ৰীকৰ দাসত্ব।

সেইদেখি যিসকলে দেশ জয় কৰিব নোখোজে, তেওঁলোকে ভেৰণীয়া সৈন্যতকৈ বেছি বিপদসঙ্কুল এই সৈন্যবাহিনী ব্যৱহাৰ কৰাই ভাল। সহায়ক সৈন্যবাহিনীক ভেৰণীয়া সৈন্যতকৈ বেছি বিপদসঙ্কুল বুলি কোৱাৰ কাৰণ হৈছে যে, সিহঁতক লগত ৰাখিলে ধ্বংস সম্পূৰ্ণৰূপেই হয়, কাৰণ সিহঁত সকলো একত্ৰিত হৈ অন্যৰ প্ৰতিহে আনুগত্য ৰক্ষা কৰে। কিন্তু ভেৰণীয়া সৈন্যই হলে, সিহঁত যেতিয়া জয়ী হয়, তেতিয়া সিহঁতে আপোনাৰ অনিষ্টসাধন কৰিবব হ'লে, সিহঁতক অধিক সময় আৰু অধিক সুচলৰ আৱশ্যক হয়। ইয়াৰ কাৰণ হৈছে সিহঁত একেটা সামৰিক গোটৰ অঙ্গ নহয় আৰু আপুনিয়েই সিহঁতক নিয়োগো কৰিছে আৰু আপুনিয়েই সিহঁতক বানচো দিছে। সেই কাৰণে যি তৃতীয় পক্ষক আপুনি নেতা পাতি দিছে তেওঁ আপোনাক আঘাত দিবলৈ যথেষ্টখিনি ক্ষমতা বেগেতে আয়ত্ত কৰি লব নোৱাৰে। চমুকৈ কবব হ'লে, ভেৰণীয়া সৈন্যৰপৰা বিপদ আহে সিহঁতৰ কাপুৰষালি আৰু যুদ্ধ কৰাব অনিচ্ছা হেতুকে, কিন্তু সহায়ক সৈন্যৰপৰা বিপদ হয় সিহঁতৰ সাহসৰ কাৰণে।

জ্ঞানী ৰজাসকলে সেই কাৰণে সদায় এইবোৰ সৈন্যবাহিনীৰপৰা আঁতৰি থাকে আৰু নিজৰ সৈন্যবাহিনীৰ ওপৰতে নিৰ্ভৰ কৰি চলে। তেওঁলোকে লোকৰ সৈন্যবাহিনীৰে জয় কৰাতকৈ বৰং নিজৰ সৈন্যেৰে পৰাজয় বৰণ কৰাকে শ্ৰেয় বুলি ভাবে। বিদেশী সৈন্যেৰে আয়ত্ত কৰা বিজয় তেওঁলোকে প্ৰকৃত বিজয় বুলি গণ্য নকৰে। চিজাৰে বৰ্জিয়া আৰু তেওঁৰ কাৰ্য্যকলাপৰ উদাহৰণ দিবলৈ মই অকণো পিছ নোহোঁহকো। এইজন ৰজাই সহায়ক সৈন্যবাহিনীৰ সহায়েৰে ৰোমানাত প্ৰৱেশ কৰিলে। এই সহায়ক সৈন্য-বাহিনীৰ মুখিয়ালবিলাক আছিল সম্পূৰ্ণৰূপে ফৰাছী সৈন্য আৰু তাৰ সহায়তে তেওঁ অধিকাৰ কৰিছিল ইমোলা আৰু ফৰ্লি। কিন্তু সেই সৈন্য-বাহিনী নিৰাপদ যেন নাপাই তেওঁ ভেৰণীয়া সৈন্যৰপৰা বিপদৰ আশংকা কম যেন দেখি সিহঁতকে কামত লগাবলৈ থিৰ কৰি অৰ্ছিনি আৰু ভিটেলি সৈন্যক ভেৰণীয়া কৰি আনিলে। পিছত তেওঁ সিহঁতক চলোৱাত ঠিক যেন নাপালে, সিহঁতক তেওঁৰ প্ৰতি অনুগত যেনো নেদেখিলে আৰু তাৰ উপৰি সিহঁতৰপৰা বিপদৰো আশংকা থকা যেন পালে। সেইদেখি তেওঁ সিহঁতক দমন কৰি নিজ সৈন্যৰ ওপৰতে আস্থা স্থাপন কৰিবলৈ ধৰিলে। এই বেলেগ বেলেগ অৱস্থাত অৰ্থাৎ যেতিয়া তেওঁৰ কেৱল ফৰাছী সৈন্য-

বাহিনীহে আছিল, তাৰ পিছত যেতিয়া তেওঁৰ লগত অৰ্চিনি আৰু ভিটেলি সৈন্যবাহিনী আছিল আৰু শেহত যেতিয়া তেওঁ কেবল নিজ সৈন্যৰ ওপৰত নিৰ্ভৰ কৰিছিল, এই তিনি বেলেগ বেলেগ অৱস্থাত ৰজাৰ যশস্যাৰ তাৰতম্যৰ বিষয়ে যদি আমি আলোচনা কৰোঁ তেতিয়াই সেই বেলেগ বেলেগ তিনিধৰণৰ সৈন্যবাহিনীৰ পাৰ্থক্য ওলাই পৰে। দেখা যাব যে, তেওঁৰ যশস্যা ক্ৰমান্বয়ে বাঢ়ি গৈছে আৰু দেখা যায় যে, যেতিয়া সৈন্যবাহিনীৰ ওপৰত তেওঁৰ নিজৰ অখণ্ড কৰ্ত্তৃত্ব, তেতিয়া তেওঁ যিমান সম্মান পাইছিল তাৰ আগতে তেওঁ কেতিয়াও সিমান সম্মান পোৱা নাছিল।

কিছুদিনৰ আগৰ ইটালিৰ উদাহৰণবিলাক মই এৰি যাব খোজা নাই, কিন্তু সেই বুলি মই চিৰাকিউজৰ হিয়াৰোৰ উদাহৰণটো দাঙি নধৰাকৈ নোৱাৰোঁ। তেওঁৰ নাম আগতে মই উনুকিয়াই আহিছোঁৰে। এই মানুহজনক যেতিয়া চিৰাকিউজৰ মানুহে সৈন্যবিভাগৰ উচ্চতম পদত নিয়োগ কৰিলে, তেতিয়াই আমাৰ ইটালীয় ভেৰণীয়া সামৰিক বাহিনীৰ দৰে গঢ়ি তোলা তেওঁৰ তলতীয়া সেই সৈন্যবাহিনীৰ অকৰ্ম্মণ্যতাৰ বিষয় তৎক্ষণাৎ বুজি পালে। আৰু তেওঁ যেতিয়া দেখিলে যে, সিহঁতক কামত ৰখাটোও বিপদ আৰু কামৰপৰা খেদি দিয়াটোও বিপদ, তেতিয়া সিহঁতক টুকুৰা টুকুৰকৈ কটাই পেলালে আৰু তেতিয়াৰপৰাই নিজৰ সৈন্যবাহিনী লৈ যুদ্ধ কৰিবলৈ আৰম্ভ কৰিলে, আনৰ সৈন্যৰ সহায় লবলৈ এৰি দিলে। বাইবেলৰ প্ৰাচীন টেষ্টা-মেণ্টৰ এটা প্ৰতীকস্বৰূপ সাধুকথালৈকো মই মনত পেলাম। তাৰপৰাও আলোচ্য বিষয়টো ফট্‌ফটীয়া হৈ পাৰিব। ছলৰ আগত ডেভিডে যেতিয়া ফিলিষ্টাইন বীৰ গলিয়াঠৰ বিপক্ষে যুদ্ধ কৰিবলৈ যাম বুলি গাত ল'লে, তেতিয়া ছলে তেওঁক উদগনি দিবৰ কাৰণে তেওঁৰ নিজৰ সৈন্যবাহিনী দি তেওঁক সহায় কৰিবলৈ ওলাল। কিন্তু ডেভিডে সেই সৈন্যবোৰ পৰীক্ষা কৰি চাই ক'লে যে, সেই সৈন্য লগতলৈ তেওঁ ভালকৈ যুদ্ধ কৰিব নোৱাৰিব। তাতকৈ তেওঁ নিজৰ হাতত যি দা-কটাৰি আছে তাকে লৈ যুঁজিব। চমুকৈ কবলৈ হ'ল, পৰৰ সৈন্যই হয় আপনাক ঘটুৱাব, নহয় আপোনাৰ বোজা হৈ উঠিব, নহলেবা আপোনাৰ বাটৰ হেঙাৰ হৈ উঠিব। ৰজা একাদশ লুইৰ পিতাক ৭ম চ্ছাৰ্লছে সৌভাগ্য আৰু বীৰত্বৰ গুণেৰে ইংৰাজৰ তলৰ-পৰা ফ্ৰান্সক মুক্ত কৰি নিজা সামৰিক শক্তিৰে সুসজ্জিত হোৱাৰ আৱশ্যকতা উপলব্ধি কৰিলে আৰু তেওঁৰ ৰাজ্যত নিজা সৈন্যবাহনী গঠন কৰিলে। পিছত তেওঁৰ পুতেক ৰজা লুইয়ে এই নিয়ম উঠাই দি চুইছ সৈন্য ভেৰণীয়ালৈ আনিলে আৰু ফলত আজি আমি দেখা পাওঁ যে, সেই ভুলটো আৰু তাৰ লগতে অন্যান্য দুই এটা ভুল লগ লাগিয়েই ৰাজ্যৰ

বিপদৰ সূচনা কৰিলে। কাৰণ সেই যশস্যাখিনি চুইছ সৈন্যবাহিনীক দি ফ্ৰান্সে তেওঁলোকৰ নিজা সৈন্যবাহিনীক হতাশ কৰি পেলালে। পদাতিকবাহিনী উঠাই দিয়া হ'ল আৰু অন্যান্য সৈন্য বিদেশী শক্তিৰ সাহায্যাৰ্থে আগ বঢ়োৱা হ'ল। কাৰণ চুইছ সৈন্যেৰে যুদ্ধ কৰি কৰি পিছত তেওঁলোকৰ মনত এনেকুৱা ভাব উপজিলগৈ যেন তেওঁলোকে চুইছ সৈন্য নহলে যুদ্ধজয় কৰিবই নোৱাৰে। ফলত এইটোৱে হ'লগৈ যে, চুইছ-বিলাকক বাধা দিবৰ কাৰণে যথেষ্ট শক্তি ফৰাছীবিলাকৰ নাই আৰু চুইছবিলাকৰ সহায় নহলে তেওঁলোকে আনৰ বিপক্ষে আক্ৰমণ কৰিবলৈ সাহ নকৰে। গতিকে দেখা যায় ফ্ৰান্সৰ সৈন্যবাহিনী মিশ্ৰিত ধৰণৰ— আংশিকভাৱে ভেৰণীয়া আৰু আংশিকভাৱে নিজা। দুয়োখিনি লগ লগাই অকল ভেৰণীয়া সৈন্যেৰেই গঠিত বা অকল সহায়ক সৈন্যেৰেই গঠিত সৈন্যবাহিনীতকৈ বহুত ভাল, কিন্তু জাতীয় সৈন্যবাহিনীতকৈ বহুত তলখাপৰ।

এইটো উদাহৰণেই যথেষ্ট হ'ব নিশ্চয়, কাৰণ চ্ছাৰ্লছৰ সামৰিক সংগঠনৰ যদি সংৰক্ষণ আৰু সংবৰ্দ্ধন কৰা হলহেতেন, তেতিয়া ফ্ৰান্স অজেয় হৈ থাকিলহেতেন। কিন্তু, সুবুদ্ধিৰ অভাৱ থকা মানুহে কিছুমান নতুনত্ব আনি সুমুৱায়হি আৰু প্ৰথম সোৱাদটো মিঠা পাই ভিতৰৰ বিহখিনি দেখা নাপায়—ঠিক মই ক্ষয়ৰোগৰ সম্পৰ্কত উনুকিয়াই অহা কথাখিনিৰ দৰে।

গতিকে, যি ৰজাই ৰাজ্যত উদ্ভৱ হোৱা আহুকালবিলাক ধৰিব নোৱাৰে তেওঁ প্ৰকৃততে জ্ঞানী নহয়। ৰোমান সাম্ৰাজ্যৰ ধ্বংসৰ প্ৰথম কাৰণটো আলোচনা কৰিলে দেখা যায় যে, ভেৰণীয়া গঠ সৈন্যৰ সহায় লোৱাটোৱেই ইয়াৰ মূল কাৰণ; কিয়নো, তেতিয়াৰপৰাই ৰোমান সাম্ৰাজ্য দুৰ্বল হ'বলৈ আৰম্ভ কৰিলে। সাম্ৰাজ্যৰপৰা পোৱা সকলোখিনি সুবিধা গঠবিলাকৰ হাতলৈ গ'ল।

গতিকে, মই এইআষাৰ কৈয়ে সামৰণি মাৰিম যে, নিজৰ সৈন্যবাহিনী নহলে কোনো ৰজা নিৰাপদে থাকিব নোৱাৰে। আনফালে, বিপদৰ সময়ত কোনো নিৰ্ভৰযোগ্য প্ৰতিৰক্ষাৰ উপায় নথকাত তেওঁ ভাগ্যৰ ওপৰতে ভৰসা ৰাখিব লগাত পৰে। নিজা সৈন্যবাহিনীৰ অৰ্থ হৈছে— যি সৈন্য-বাহিনী প্ৰজাৰদ্বাৰা, বা নাগৰিকৰদ্বাৰা বা তলতীয়া মানুহৰদ্বাৰা গঠিত। বাকীবিলাক ভেৰণীয়া বা সহায়ক সৈন্যবাহিনী। ওপৰত উল্লেখ কৰা চাৰিজন ৰজাৰ সৈন্য সংগঠনৰ প্ৰণালী অধ্যয়ন কৰিলেই নিজৰ সৈন্যবাহিনী কেনেকৈ গঠন কৰিব লাগে তাক সহজে জানিব পাৰি। মহাবীৰ আলেক্-

জেণ্ডাৰৰ পিতাক ফিলিপ আৰু অন্যান্য গণৰাজ্য আৰু সম্ৰাটসকলে কেনেকৈ সৈন্য গঠন কৰিছিল সেইবিলাক অধ্যয়ন কৰিলেও সেই বিষয়ে শিক্ষালাভ কৰিব পাৰি। এনেবোৰ উদাহৰণ দিয়াৰ পিছত এইবিষয়ে বৰ্জাবলৈ আৰু বেছি কষ্ট কৰাৰ আৱশ্যক নাই।

## ১৪

# সৈন্যবাহিনী সম্পৰ্কে ৰজাৰ কৰ্ত্তব্য

ৰজাব সেই কাৰণে যুদ্ধ আৰু তাৰ সংগঠন আৰু শৃংখলাৰ বাহিৰে অইন কোনো লক্ষ্য বা চিন্তা থকা উচিত নহয় বা তাৰ বাহিৰে অইন কোনো বিষয়ে অধ্যয়ন কৰাৰো আৱশ্যক নাই, কাৰণ যিজনে আদেশ জাৰি কৰিবলৈ যায় তেওঁৰ কাৰণে সেইটোৱেই একমাত্ৰ বিদ্যা, আৰু তাৰ ইমান গুণ যে, যি ৰজা হৈ ওপজে তেওঁকতো সেই বিদ্যাই ৰক্ষা কৰেই, আনকি সাধাৰণ অৱস্থাৰ মানুহকো সেই খাপলৈ তুলি নিব পাৰে। আৰু আনহাতে দেখা যায় যে, ৰজাই যেতিয়া নিজৰ সৈন্যবাহিনীতকৈ লাহ-বিলাহৰ কথা বেছিকৈ চিন্তা কৰে, তেতিয়াই তেওঁ ৰাজ্য হেৰুৱাৰ লগাত পৰে। ৰাজ্য হেৰুৱাৰ প্ৰধান কাৰণ হৈছে এই বিদ্যাৰ প্ৰতি আওহেলা আৰু ৰাজ্য লাভ কৰাৰ প্ৰধান উপায় হৈছে এই বিদ্যাত পাৰ্গতালি লাভ কৰা।

ফ্ৰাঞ্চিস্কো স্ফোৰ্জা সৈন্য-সামন্তেৰে সুসজ্জিত আছিল কাৰণেই সাধাৰণ অৱস্থাৰপৰা মিলানৰ ডিউক হবগৈ পাৰিছিল। তেওঁৰ ল'ৰাকেইটাই যুদ্ধৰ শ্ৰম আৰু ক্লান্তিৰ হাত সাৰিবলৈ বিচৰাৰ কাৰণেই ৰজাৰপৰা গৈ সাধাৰণ মানুহত পৰিণত হ'লগৈ। কাৰণ সৈন্য-সামন্ত নোহোৱাৰপৰা আপোনাৰ অন্যান্য দুৰৱস্থা হোৱাৰ লগতে আপোনাক মানুহে ঘৃণাৰ চকুৰে চায় আৰু এই অৱস্থাটো নহবৰ কাৰণে ৰজা সদায় সতৰ্ক থাকিব লাগে। এই বিষয়ে আমি পিছত বহলাই ক'ম। অস্ত্ৰধাৰী আৰু নিৰস্ত্ৰ মানুহৰ মাজত তুলনা হ'ব নোৱাৰে। সেই কাৰণে, অস্ত্ৰধাৰী মানুহ এজনে নিৰস্ত্ৰ এজনক নিজ ইচ্ছাৰে মানি চলিব বুলি, বা অস্ত্ৰধাৰী ভৃত্যৰ মাজত নিৰস্ত্ৰ মানুহ এজন নিৰাপদে থাকিব বুলি আশা কৰা বৰ যুক্তিযুক্ত নহয়। ইজনে সিজনক চাব ঘৃণাৰ চকুৰে, সিজনে ইজনক চাব সন্দেহৰ চকুৰে; এনেকুৱা দুজনে কেতিয়াও ভালেৰে চলিব নোৱাৰে। সেইদেখি যি ৰজা সামৰিক বিষয়ত অজ্ঞ তেওঁৰ ওপৰোক্ত দুৰ্ভাগ্যখিনিতো হয়েই, তাৰউপৰি তেওঁক তেওঁৰ সৈন্যবিলাকে সম্মান প্ৰদৰ্শন নকৰে আৰু তেওঁ নিজেও সৈন্যবিলাকৰ ওপৰত বিশ্বাস স্থাপন কৰিব নোৱাৰে।

তেওঁ, সেইদেখি, যুদ্ধ পৰিচালনাৰপৰা তেওঁৰ মনটো আঁতৰাই নিবই নালাগে। শান্তিৰ সময়ত যুদ্ধৰ সময়তকৈও বেছিহে ৰণ অভ্যাস ৰাখিব

লাগে। দুই ৰকমে এই অভ্যাস কৰিব পাৰি;—কাৰ্য্যেৰে বা অধ্যয়নেৰে। কাৰ্য্যৰ কথা কবলৈ গলে, ৰজাই তেওঁৰ মানুহবিলাকক সুশৃংখলা আৰু ব্যায়ামৰ শিক্ষা দিয়াৰ উপৰিও নিজে নেৰানেপেৰাকৈ চিকাৰত ব্যস্ত থাকিব লাগে, যাতে তাৰপৰা তেওঁ নিজৰ শৰীৰটো দুখকষ্টত অভ্যস্ত কৰি লব পাৰে; আৰু লগে লগে, নিজৰ দেশখনৰ প্ৰকৃতিৰ বিষয়েও অবগত হব লাগে, তাৰ পৰ্ব্বতবিলাক কিমান গৰা, উপত্যকাবিলাক ক'ত মেল খাইছে, ক'ত ক'ত সমভূমি আছে নদী আৰু দলনিবিলাকৰ প্ৰকৃতি কেনেকুৱা, তাকো জনা উচিত। এই-বিলাকত তেওঁ অতি গভীৰভাৱে মনোনিবেশ কৰা উচিত। এইবিলাক জ্ঞান দুইৰকমে লাগতিয়াল। এটা হৈছে, এইদৰেই মানুহে নিজৰ দেশখন জানিবলৈ শিকে, আৰু তাৰ প্ৰতিৰক্ষা কেনেকৈ হ'ব পাৰে তাৰ বিষয় বেছি ভালকৈ জানে। আনটো — এখন ঠাইত লাভ কৰা জ্ঞান আৰু অভিজ্ঞতাৰে অইন এখন ঠাইৰ বিষয়ে জানিবলগীয়া হ'লে সহজে জানিব পাৰি। উদাহৰণস্বৰূপে, টাচ্‌কেনিৰ পৰ্ব্বত আৰু ভৈয়াম, সমভূমি আৰু নদীৰ লগত অইন এখন প্ৰদেশৰ পৰ্ব্বত-ভৈয়াম সমভূমি-নদীৰ একোটা বিশেষ সামঞ্জস্য আছে। সেইদেখি এখন প্ৰদেশৰ বিষয়ে প্ৰাকৃতিক জ্ঞান লাভ কৰিলে তাৰপৰা আন প্ৰদেশৰ বিষয়েও সহজে জ্ঞান লাভ কৰিব পাৰি। আৰু যিজন ৰজাৰ সেইখিনি পাৰদৰ্শিতা নাই, তেওঁৰ গাত নেতৃত্বৰ প্ৰধান গুণখিনিয়ে নাই। কাৰণ ইয়াৰপৰাই শিকিব পাৰি, শত্ৰু কেনেকৈ বিচাৰি উলিয়াব লাগে, কেনেকৈ শিবিৰ পাতিব পাৰি, সৈন্যবাহিনীক বাট দেখুৱাই নিব পাৰি, যুদ্ধৰ পৰিকল্পনা কৰিব পাৰি আৰু সুচলভাৱে একোখন নগৰ অৱৰোধ কৰিব পাৰি।

আকেইৰ ৰজা ফিলোপিমেনক লিখকসকলে নানা প্ৰকাৰে প্ৰশংসা কৰি-ছিল। লগতে এইবুলিও প্ৰশংসা কৰিছিল যে, শান্তিৰ সময়ত তেওঁ যুদ্ধপ্ৰণালীৰ বাহিৰে অইন কোনো কথা চিন্তা নকৰিছিল আৰু যেতিয়া তেওঁ বন্ধুবৰ্গেৰে সৈতে অ'ত ত'ত ফুৰিবলৈ গৈছিল তেতিয়া তেওঁলোকক প্ৰায়ে তেওঁ একেঠাইত ৰখাই লৈ সুধিছিল, যদি বাৰু সৌ পাহাৰটোৰ ওপৰত আমাৰ শত্ৰু আহি থাকেহি আৰু আমি আহি এইখিনি পাওঁহি, তেন্তে কোন বেছি সুচল অৱস্থাত থাকিব? আমি কেনেকৈ আমাৰ শৃঙ্খলা ঠিক ৰাখি সেই শত্ৰুৰ কাষ চাপিম? সিহঁতে যদি পিছহোঁহকা মাৰে, আমি কেনেকৈ সিহঁতক খেদি গ'লে ভাল হ'ব? গৈ থাকোঁতে, বাটে বাটে তেওঁ তেওঁলোকক সুধি গৈছিল একোটা সৈন্যৰ আগত যিমানখিনি সমস্যা আহি পৰিব পাৰে সেই সকলোবিলাকৰ বিষয়, এইবিলাকৰ বিষয়ে তেওঁ

তেওঁলোকৰ মতামত শুনিছিল, তেওঁৰ নিজৰ মতামত দিছিল; যুক্তি-তৰ্কেৰে তাক প্ৰতিষ্ঠা কৰিছিল; আৰু সুখৰ বিষয়, এইদৰে কৰা চিন্তা-চৰ্চাৰ পৰাই তেওঁ যেতিয়া স'চাস'চিকৈ সৈন্য পৰিচালনা কৰি নিছিল তেতিয়া কোনো অৱস্থাতে তেওঁ অপ্ৰস্তুত হবলগীয়া হোৱা নাছিল।

মানসিক চৰ্চাৰ বিষয়ে ক'ব লাগিলে, ক'ব লাগিব ৰজাই বুৰঞ্জী অধ্যয়ন কৰা উচিত, চোৱা উচিত অগ্ৰগণী লোকসকলৰ কাৰ্য্যকলাপ, আৰু চোৱা উচিত যুদ্ধচালনাত তেওঁলোকে কেনেকৈ কাম চলাইছিল, পৰীক্ষা কৰি চোৱা উচিত তেওঁলোকৰ জয় আৰু পৰাজয়ৰ কাৰণসমূহ, যাতে জয়ৰ কাৰণসমূহ তেওঁ অনুকৰণ কৰিব পাৰে আৰু পৰাজয়ৰ কাৰণসমূহ এৰি চলিব পাৰে। আটাইতকৈ ডাঙৰ কথা হৈছে, অতীতত বহুপ্ৰশংসিত আৰু সুখ্যাত লোক একোজনৰ অনুকৰণত যেনেকৈ একোজন ৰজাই কাম কৰি গৈছে সেইধৰণে কাম কৰি যাব লাগে। মানুহে কয় মহাবীৰ আলেক্‌-জেণ্ডাৰে বোলে একিলিজক অনুকৰণ কৰিছিল, চিজাৰে অনুকৰণ কৰি-ছিল আলেক্‌জেণ্ডাৰক আৰু ছিপিয়োই কৰিছিল চাইৰাছক। জেনোফনে লিখা চাইৰাছৰ জীৱনী যেয়ে পঢ়িছে তে'ৱে বুজি পাব কেনেকৈ ছিপিয়োই তেওঁৰ জীৱনত কিমান গৌৰৱেৰে চাইৰাছক অনুকৰণ কৰি চলিছিল আৰু জেনোফনে বৰ্ণোৱা সততা, সহৃদয়তা, মানবতা আৰু উদাৰতা গুণত চিপিয়ো কেনেকৈ চাইৰাছৰ লগত খাপ খাইছিল।

বিজ্ঞ ৰজাই এনেবোৰ পন্থা অৱলম্বন কৰি চলিব লাগে। তেওঁ শান্তিৰ সময়ত কেতিয়াও এলেহুৱা হৈ বহি নাথাকি সময়ৰ সদ্ব্যৱহাৰ কৰা উচিত, যাতে ভাগ্যদেৱীৰ পৰিবৰ্তন আহিলেও ঘাত-প্ৰতিঘাত সহ্য কৰিবলৈ ৰজাক ভাগ্যদেৱীয়ে প্ৰস্তুত অৱস্থাত আৰু বিপদ-বিঘিনিৰ বিপক্ষে জয়ী হব পৰা অৱস্থাতে পায়।

## ১৫
# যিবিলাক কথাত মানুহক, বিশেষকৈ ৰজাক, প্ৰশংসা বা দোষাৰোপ কৰা হয়

এতিয়া বিবেচনা কৰিবলৈ থাকিল ৰজাই প্ৰজা আৰু বন্ধুৰ ক্ষেত্ৰত কোন কোন পন্থা আৰু নীতি অবলম্বন কৰি চলা উচিত। মই জানো বহুতে এইবিলাক বিষয়ে লিখিছে, কিন্তু যিহেতু বিশেষকৈ এই বিষয়টো এটা বেলেগ মতৰ পোষকতা কৰি লিখিবলৈ ওলাইছোঁ বহুতে মোক হয়তো গাৰ বলেৰে লিখিবলৈ লোৱা বুলি ভাবিব। কিন্তু বুজা মানুহবিলাকৰ কিবা কামত লগাকৈ মই লিখিব খুজিছোঁ যেতিয়া, একোটা কথাৰ বিষয়ে কল্পনাৰ আলম লোৱাতকৈ প্ৰকৃত সত্যটোলৈ চোৱাই ভাল বুলি মই ভাবোঁ। কোঁতিয়াও আচলতে নোহোৱা-নোপজা কিছুমান গণৰাজ্য আৰু সাম্ৰাজ্যৰ কথা বহুতে কল্পনা কৰিছে; কাৰণ আমি প্ৰকৃততে যেনেকৈ চলাফুৰা কৰো সি ইমান বেলেগ যে, যিজনে আদৰ্শ জীৱনৰ কাৰণে বাস্তৱ জীৱনৰ চালচলন সমুলঞ্চে ত্যাগ কৰে, তেওঁ ৰৰং নিজৰ সংৰক্ষণতকৈও নিজৰ ধ্বংসহে মাতি আনে। ইমানবিলাক অসৎ মানুহৰ মাজত যি সকলো কথাতে সততা দেখুৱাবলৈ যায় সি নিজৰ ধ্বংস নিজে মাতি আনে। গতিকে আত্ম-সংৰক্ষণকামী ৰজাই কেনেকৈ সৎ নহব পাৰি সেইটো শিকা উচিত আৰু আবশ্যকমতে সেই শিক্ষা কামত লগোৱা বা নলগোৱাটোও জনা যুগুত।

গতিকে, এফালে কাল্পনিক ৰজা-মহাৰজাসংক্ৰান্ত কথা এৰি থৈ, আৰু কেৱল বাস্তৱসকলৰ কথা কবলৈ গৈ মই উক্তি কৰোঁ যে, সকলো মানুহেই বিশেষকৈ উচ্চ পৰ্য্যায়ৰ ৰজাসকল, কিছুমান গুণৰ কাৰণে জনাজাত হয়— এইবিলাকৰপৰা তেওঁলোকে হয় যশস্যা পায়, নহয় গালি খায়। এনেকৈয়ে কাৰোবাক উদাৰ বোলে, কাৰোবাক 'মিজেৰো' বা কৃপণ বোলে (টাস্কেন শব্দ প্ৰয়োগ কৰা হৈছে। সেই ভাষাৰ 'আভাৰো' শব্দটোৰ অৰ্থ আমি আক্ৰোহী বুলি বুজোঁ আৰু 'মিজেৰো' শব্দটোৰ অৰ্থ নিজৰ অৰ্থ-সম্পত্তি যি অতি অনিচ্ছাৰেহে এৰি দিব খোজে তেনে মানুহক বুজোঁ)। এজনক দানী পুৰুষ বোলে, এজনক আকৌ আক্ৰোহী বোলে; এজনক বোলে নিষ্ঠুৰ, এজনক বোলে দয়াশীল; এজনক বোলে নিজৰ কথা ৰাখিব নোৱাৰা, এজনক বোলে বিশ্বাসযোগ্য; এজনক বোলে নাৰী-প্ৰকৃতিৰ আৰু

সাহ নাইকিয়া, আন এজনক বোলে ভয়ানক আৰু সাহসী; এজনক বোলে মৰমিয়াল, আন এজনক বোলে ওখৰা; এজনক বোলে কামুক, এজনক বোলে একনিষ্ঠ; এজনক বোলে খোলামনৰ, এজনক বোলে টেঙৰ, এজনক বোলে জটিল, এজনক বোলে সৰল, এজনক বোলে গহীন, আনজনক চলোপাতী; এজনক বোলে ধাৰ্ম্মিক, আনজনক বোলে অধৰমী, ইত্যাদি। ওপৰত কোৱা গুণবিলাকৰ ভিতৰত যিবোৰক আমি সজগুণ বুলি কওঁ, সেই সকলোবোৰ থকা ৰজাক আটায়ে যে প্ৰশংসাৰ্হ বুলি মানি লব সেইটো মই জানো; কিন্তু সেই সকলোখিনি গুণ আহৰণ কৰা বা মানি চলাটো যিহেতু সকলো মানুহৰ পক্ষে সম্ভব নহয়, যিবোৰ পাপৰ কলঙ্কৰ কাৰণে ৰজাই তেওঁৰ ৰাজ্য হেৰুৱাবলগীয়া হয় সেইবোৰ এৰাই ফুৰিব লাগে আৰু যিবোৰৰ কাৰণে একেবাৰেই ৰাজ্য হেৰুৱাব লগা নহয় সেইবোৰৰ কাৰণে পাৰিলে সাৱধানে থাকিব লাগে আৰু নোৱাৰিলে বৰ বেছি ইতস্ততঃ নকৰাকৈ সেইবোৰ পাপ কৰিব পাৰে। তথাপি যিবোৰ পাপ নকৰিলে ৰাজ্য ৰক্ষা কৰা টান, সেইবোৰ পাপৰ কলঙ্কৰ বাবে মন বেয়া কৰিব নালাগে, কাৰণ ভালকৈ চালে দেখা যাব যে, দেখাত সৎ যেন লগা বহুত কাম কৰিলেগৈ পিছত তাৰপৰা নিজৰ ধ্বংসহে মাতি অনা হয়, অথচ, আন কিছুমান কাম আকৌ দেখাত অসৎ যেন লাগিলেও, পিছত সেই কামেই বেছি নিৰাপত্তা আৰু সুখশান্তি আনি দিয়ে।

১৬

## উদাৰতা আৰু কৃপণতা

ওপৰত কৈ অহা গুণবিলাকৰ ভিতৰত প্ৰথমে কোৱা গুণবিলাকৰ কথাকে প্ৰথমতে আৰম্ভ কৰা যাওক। মই কওঁ যে, মানুহে উদাৰ বুলি ভবাটো ভাল, তথাপি উদাৰতা বুলিলে পৃথিবীয়ে যি বুজে, তেনেকুৱা উদাৰতাৰ-পৰা আপোনাৰ অপকাৰহে হ'ব, কাৰণ ধৰ্মভাবেৰে আৰু ঠিকমতে ব্যৱহাৰ কৰিলে মানুহে গমেই নাপায়, আৰু তাৰ বিপৰীত দোষটো আচৰণ কৰা বুলিহে অপবাদ পাব লাগে। কিন্তু যিয়ে উদাৰ বুলি খ্যাতি আৰ্জন কৰিব খোজে, তেওঁ উদাৰতাৰ চানেকি চকুত পৰাকৈ দেখুৱাব লাগে। এই প্ৰদৰ্শন ইমানদৰে কৰিবলগা হয় যে, উদাৰ প্ৰকৃতিৰ ৰজা এজনে তেওঁৰ আৰ্থিক সামৰ্থ্য গোটেইখিনি তাৰ লগতে অন্ত কৰি যায়, আৰু তথাপিও যদি তেওঁ উদাৰতাৰ নাম ৰাখি থাকিব খোজে, তেন্তে পিছতগৈ প্ৰজাৰ ওপৰত কৰৰ গধুৰ বোজা জাপি দিব লাগে, যি কোনো প্ৰকাৰে সেই কৰ আদায় কৰিব লাগে আৰু যি কোনো উপায়েৰেই টকা আদায় কৰিবলৈ বন্ধপৰিকৰ হ'ব লগে। ফলত মানুহবিলাকে তেওঁক ঘিণ কৰিবলৈ ধৰে আৰু দুখীয়া হোৱাত তেওঁক কমেই শ্ৰদ্ধা কৰে আৰু লাভৰ ভিতৰত এই উদাৰতাৰ দ্বাৰা অতি কম মানুহৰ মাত্ৰ উপকাৰ কৰি আৰু বহুতৰে অপকাৰ সাধি, অকণমান আহুকাল হলেই তেওঁ বৰ বেছিকৈ তাকে অনুভৱ কৰিব আৰু যি কোনো বিপদেই তেওঁক ব্যতিব্যস্ত কৰি তুলিব। তেওঁ যদি এই অৱস্থা গমি চায় আৰু তেওঁৰ নিয়ম-পদ্ধতিবিলাকৰ সালসলনি কৰিব খোজে, তেওঁক মানুহে তৎক্ষণাৎ কৃপণ বুলি ক'ব।

সেই কাৰণে ৰজাই মানুহে জনাকৈ উদাৰতা গুণ প্ৰদৰ্শন কৰিবলৈ গ'লে, তাত বিপদ নোহোৱাকৈ নাথাকে। গতিকে তেওঁ যদি জ্ঞানী হয়, তেন্তে মানুহে কৃপণ বুলি ক'লে তাত আপত্তি কৰিব নালাগে। পিছত কালক্ৰমত যেতিয়া দেখা যায় যে, মিতব্যয়িতাৰ দ্বাৰা তেওঁৰ ৰাজহ যথেষ্ট হৈছে, তেওঁৰ লগত যুদ্ধ কৰিবলৈ অহাবিলাকৰ বিপক্ষে তেওঁ নিজকে ৰক্ষা কৰিব পাৰিছে, মানুহৰ ওপৰত বোজা নিদিয়াকৈয়ে অভিযানসমূহত আগ বাঢ়িব পাৰিছে, তেতিয়াই তেওঁক উদাৰ বুলি মানুহে ভাবিব। যিসকলৰপৰা তেওঁ অতিৰিক্ত কৰ আদায় নকৰে তেনেকুৱা অসংখ্য লোকৰ

প্ৰতি তেওঁ সঁচাকৈয়ে উদাৰ আৰু যিসকলক তেওঁ একো দিব নোৱাৰে, তেনেকুৱা লোক অতি কম, আৰু সেই কমসংখ্যক মানুহেহে তেওঁক কৰ্টকিনা বুলি ভাবিব। আমাৰ দিনতে আমি দেখিছোঁ যিসকলক আমি কৰ্টকিনা বুলি ভাবোঁ তেওঁলোকৰ বাহিৰে অন্য মানুহৰ দ্বাৰা কোনো মহৎ কাম সাধিত হোৱা নাই। আন সকলোৰে ধ্বংসহে সাধিত হৈছে। পোপ দ্বিতীয় জুলিয়াছে যদিও পোপ হবৰ কাৰণে মানুহে তেওঁক উদাৰ বুলি কৰা প্ৰশংসা কামত লগাইছিল, পিছলৈ তেওঁ যাতে যুদ্ধত যোগ দিব পৰা হয় সেই উদ্দেশ্যে তেওঁ সেই উদাৰতাৰ প্ৰশংসা নিবিচৰা হ'ল। বৰ্ত্তমান ফ্ৰান্সৰ ৰজাই কোনো অসাধাৰণ কৰ নলগোৱাকৈয়ে ইমানবিলাক যুদ্ধ চলাইছে, তাৰ কাৰণ হৈছে তেওঁ ইমান দিনে যি মিতব্যয়িতা আচৰণ কৰি আহিছে তাৰ ফলত তেওঁৰ বাহিৰা খৰচৰ কাৰণে ধনৰ নাটনি নহয়। স্পেইনৰ বৰ্ত্তমান ৰজাক যদি উদাৰ বুলি ভবা হ'লহেতেন, তেওঁ ইমানবোৰ যুদ্ধত যোগ দিব আৰু জয়ী হব নোৱাৰিলেহেতেন।

এইবিলাক কাৰণতে, যদিহে ৰজাই তেওঁৰ প্ৰজাৰ ওপৰত ডকাইতি কৰাৰ-পৰা বিৰত থাকিব খোজে, নিজকে যদি ৰক্ষা কৰি চলিব খোজে, দুখীয়া আৰু ঘৃণনীয় হব নোখোজে, লুভীয়া হ'বৰ কাৰণে বাধ্যত নপৰিব খোজে, তেন্তে তেওঁক লোকে কৰ্টকিনা বুলি কোৱালৈ ভ্ৰূক্ষেপ কৰিব নালাগে। এই কৰ্টকিনালিয়ে তেওঁক ৰাজ্য শাসন কৰাত সহায়হে কৰে। যদি কোৱা হয় যে চিজাৰ উদাৰতাৰ দ্বাৰা সাম্ৰাজ্যৰ অধিকাৰী হ'ল আৰু অইন বহুতেই উদাৰতাৰ যহতে বা মানুহে উদাৰ বিবেচনা কৰাৰ গুণতে উচ্চ স্থান পালে, তেতিয়া মই ক'ম যে, হয় আপুনি ইতিমধ্যে ৰজা হৈছেই, নহয় আপুনি ৰজা হোৱাৰ পথত। যদি প্ৰথমটো, তেন্তে এই উদাৰতা অপকাৰী; দ্বিতীয়টো হ'লে উদাৰ বুলি বিবেচিত হোৱাটো নিশ্চয় অতি লাগতিয়াল। ৰোমৰ ওপৰত প্ৰভুত্ব লাভ কৰিবলৈ ওলোৱাসকলৰ ভিতৰত এজন আছিল চিজাৰ, কিন্তু তাক লাভ কৰাৰ পিছত যদি তেওঁ মিতব্যয়ী হৈ নচলিল-হেতেন, তেন্তে তেওঁ ৰাজ্য ধ্বংসহে কৰিলেহেতেন। আৰু যদি কোনোবাই কয় যে, যাক মানুহে অতি উদাৰ বিবেচনা কৰে, তেনেকুৱা বহুতো ৰজাই তেওঁলোকৰ সৈন্যসামন্তৰ দ্বাৰা বহুত ডাঙৰ ডাঙৰ কাম কৰিছে, তেন্তে মই ক'ম যে, হয় ৰজাই তেওঁৰ নিজৰ টকা খৰচ কৰিছে, নহয় তেওঁৰ প্ৰজাৰ টকা, নহলেবা আন কাৰোবাৰ টকা খৰচ কৰিছে। প্ৰথমটো যদি হয় তেন্তে তেওঁ চাইচিতি খৰচ কৰা হ'ব লাগিব, কিন্তু পিছৰ দুটা হ'লে তেওঁ উদাৰ হোৱাত অকণো ত্ৰুটি কৰিব নালাগিব। সৈন্য-সামন্ত লগত লৈ লুটপাট কৰি, ডকাইতি কৰি টকা আদায় কৰি ফুৰা ৰজাৰ পক্ষে উদাৰতা বৰং

প্ৰয়োজনীয় কথা, কাৰণ সেয়ে নহলে সৈন্যবিলাকে তেওঁক অনুসৰণ নকৰে। চাইৰাচ, চিজাৰ আৰু আলেক্‌জেণ্ডাৰৰ দৰে পৰৰ পিঠাৰে বিহু কৰি মহতী উদাৰতা দেখুৱাবলৈ সহজ, কাৰণ পৰৰ ধন খৰচ কৰিলে যশস্যা নকমে, বাঢ়িবহে; কেৱল নিজৰ টকা খৰচ কৰিলেহে অপকাৰ হোৱাৰ সম্ভাৱনা। উদাৰতাৰ দৰে আত্ম-ধ্বংসকাৰী আৰু একো নাই, কাৰণ তাক কামত ব্যৱহাৰ কৰোঁতেই ব্যৱহাৰ কৰাৰ সামৰ্থ্যখিনিও নাইকিয়া হৈ যায়। ফলত হয় দৰিদ্ৰ আৰু হেয় হব লাগিব, নহয় লোভী আৰু ঘৃণিত হ'ব লাগিব। ৰজাই যিবিলাকৰপৰা সাৱধান হোৱা উচিত তাৰ ভিতৰত আটাই-তকৈ ডাঙৰ হৈছে লোকচক্ষুত হেয় আৰু ঘৃণিত প্ৰতিপন্ন হোৱা, আৰু উদাৰতাই মানুহক এই দুটাৰ এটা অৱস্থাত পেলায়গৈ। লুভীয়া নাম লৈ লজ্জিত আৰু লগতে ঘৃণিত হোৱাতকৈ কৃপণ নাম লৈ ঘৃণিত নহৈ কেৱল লজ্জিত হোৱাটোৱে বুদ্ধিমানৰ কাম।

১৭

# নিষ্ঠুৰতা আৰু দয়া ঃ মানুহৰ মৰমৰ পাত্ৰ হোৱা ভাল নে ভয়ৰ কাৰণ হোৱা ভাল

আগতে উল্লখ কৰি অহা অইনবিলাক গুণৰ কথা কবলৈ গ'লে, মই ক'ম যে, সকলো ৰজাই নিজকে দয়াশীল বুলি বিবেচিত হোৱাটো বাঞ্ছা কৰা উচিত, নিষ্ঠুৰ বুলি নহয়। তেওঁ কিন্তু এই দায়িত্বশীলতাৰ অপব্যৱহাৰ নকৰিবলৈ সদায় সচেতন থাকিব লাগে। চিজাৰে বৰ্জ্জিয়াক মানুহে নিষ্ঠুৰ বুলিছিল, কিন্তু তেওঁৰ নিষ্ঠুৰতাই ৰোমানালৈ শৃঙ্খলা আনিলে, ৰোমানাক ঐক্যবদ্ধ কৰিলে আৰু ইয়াক এখন শান্তিপূৰ্ণ আৰু ৰাজভক্ত দেশ কৰি তুলিলে। কথাটো ভালকৈ বিবেচনা কৰি চালে দেখা যায় যে, তেওঁ ফ্লোৰেণ্চৰ মানুহতকৈ বেছি দয়াশীল আছিল। ফ্লোৰেণ্চৰ মানুহে নিষ্ঠুৰতাৰ বদনামৰপৰা সাৰিবলৈ পিষ্টইয়াখন ধ্বংস হৈ যাবলৈ দিছিল। সেইকাৰণে নিজৰ প্ৰজাক ঐক্যবদ্ধ আৰু ৰাজভক্ত কৰি ৰাখিবৰ উদ্দেশ্য ললে ৰজাই নিষ্ঠুৰতাৰ অপবাদ পাবলৈ কুণ্ঠিত হব নালাগে, কাৰণ, যিবিলাকে অতিশয় কোমলতাৰ কাৰণে দেশত নানাৰকমৰ বিশৃঙ্খলা হ'বলৈ দিয়ে যাৰ পৰিণামস্বৰূপে ৰক্তপাত, লুটপাট, আদি সংঘটিত হয়গৈ, তেনেকুৱাসকলতকৈ সেইজন ৰজা বেছি দয়াশীল। এনে অৰ্থৰ দয়াশীল ৰজাৰ উদাহৰণো কমহে আছে। ওপৰত কৈ অহা অতি-দয়াশীল-সকলে গোটেই সমাজখনৰে অনিষ্ট সাধন কৰে; কিন্তু সেই ৰজাই যি শাস্তিবিধান কৰে তাৰপৰা মাত্ৰ দুই এজন ব্যক্তিৰহে অনিষ্ট হয়। সকলো ৰজাৰ ভিতৰতে ন-কৈ হোৱা ৰজা এজনে নিষ্ঠুৰতাৰ কুখ্যাতিৰ হাত সাৰিব নোৱাৰে, কাৰণ নতুন ৰাজ্যত বিপদৰ অন্ত নাই।

তথাপি বিশ্বাস কৰোঁতে আৰু কাৰ্য্যত আগ বাঢ়োঁতে তেওঁ অতি সতৰ্ক-তাৰে আগ বাঢ়িব লাগে, নিজৰ ছাঁটোৰপৰা ভয় খাব নালাগে আৰু জ্ঞান আৰু দয়াৰ বলেৰে মিতাচাৰী হৈ চলিব লাগে যাতে অতিশয় আত্মবিশ্বাসৰ ফলত তেওঁ অসাৱধানো নহয় আৰু বৰ বেছি হতাশাৰ ফলত অধৈৰ্য্য হৈও নপৰে।

ইয়াৰপৰা এইটো প্ৰশ্নৰ উদয় হয় যে, মানুহৰ বেছি ভয়ৰ পাত্ৰ হোৱাতকৈ বেছি মৰমৰ পাত্ৰ হোৱা ভাল নে বেছি মৰমৰ পাত্ৰ হোৱাতকৈ বেছি ভয়ৰ

পাত্ৰ হোৱা ভাল। তাৰ উত্তৰ হৈছে যে, মানুহ আনৰ মৰম আৰু ভয় উভয়েৰে পাত্ৰ হোৱা উচিত; কিন্তু এই দুয়োটা একেলগে হোৱাটো টান কাৰণে যদি ইয়াৰ এটাৰ অভাৱ হয়, তেন্তে মানুহৰ মৰমৰ পাত্ৰ হোৱাতকৈ ভয়ৰ পাত্ৰ হব পৰাটো বেছি নিৰাপদ। কাৰণ মানুহৰ বিষয়ে সাধাৰণভাৱে কব পাৰি যে সিহঁত অকৃতজ্ঞ, কথাই কথাই সিহঁতে প্ৰতিবাদ কৰে, সিহঁতৰ বাহিৰে এটা ভিতৰে এটা, কেনেকৈ লাভ হয় তাৰ প্ৰতি মাথোন সিহঁতৰ চকু; যেতিয়ালৈকে আপোনাৰ পৰা সিহঁতে উপকাৰ পাই থাকিব, তেতিয়ালৈকে সিহঁত আপোনাৰ হৈ থাকিব; আগলৈ কেতিয়াবাকৈ লাগিব বুলি সিহঁতে যদি ভাবে তেন্তে, মই আগতে কৈ অহাৰ দৰে সিহঁতে আপোনাক সিহঁতৰ তেজ দিবলৈ ওলাব, সিহঁতৰ সা-সম্পত্তি, সিহঁতৰ জীৱন আৰু সিহঁতৰ লৰাছোৱালীকো দিবলৈ ওলাব, কিন্তু আতুৰৰ সময়ত সিহঁতে বিদ্ৰোহ কৰি উঠে। যিজন ৰজাই অন্য কোনো আয়োজন নকৰাকৈ কেৱল প্ৰজাৰ কথাৰ ওপৰত নিৰ্ভৰ কৰিছে, সি মৰিছে; কাৰণ যি বন্ধুত্ব দাম দি আয়ত্ত কৰা বন্ধুত্ব, ঐশ্বৰ্য্য বা নিজৰ প্ৰশস্ত মনৰ কাৰণে আয়ত্ত কৰা নহয়, সেই বন্ধুত্ব প্ৰকৃততে আয়ত্ত কৰা বন্ধুত্ব নহয়, সেই বন্ধুত্ব কিনা বন্ধুত্বহে আৰু তাক সিহঁতে সহজতে আপোনাৰ কাৰণে খৰচ নকৰে। যি নিজকে লোকৰ ভয়ৰ হেতু কৰি তোলে, তেনেকুৱা জনতকৈ যি নিজকে আনৰ মৰমৰ পাত্ৰ কৰি তোলে, তেনেজনৰ মনত আঘাত দিবলৈ মানুহে কম ইতস্ততঃ কৰে; কাৰণ মৰম হৈছে বান্ধৰ জৰী আৰু স্বাৰ্থপৰ মানুহে নিজৰ উদ্দেশ্য সিদ্ধিৰ কাৰণে যেতিয়াই আৱশ্যক হয় তেতিয়াই সেই বান্ধ ছিঙি পেলায়; কিন্তু ভয় জীয়াই থাকে শাস্তিৰ বিভীষিকাত আৰু সেই কাৰণে ভয় কেতিয়াও দূৰ নহয়।

তথাপি ৰজাই এনে হিচাবে নিজকে আনৰ ভয়ৰ কাৰণ কৰি তোলা উচিত, যাতে তেওঁ যদি আনৰ মৰম আদায় কৰিব নোৱাৰেও, অন্ততঃ যেন আনৰ ঘৃণাৰ পাত্ৰ হোৱাৰপৰা সাৰি থাকে; কাৰণ ভয় আৰু ঘৃণাহীনতা এই দুয়োটা একেলগে থকাটো অসম্ভৱ নহয় আৰু যি মানুহে নিজৰ নাগৰিক আৰু প্ৰজাৰ সম্পত্তি আৰু তিৰোতাৰ ওপৰত হস্তক্ষেপ নকৰে, তেনে মানুহে এই দুটা গুণ লাভ কৰিব পাৰে। আৰু যেতিয়া তেওঁ কাৰোবাৰ প্ৰাণ ল'বলগীয়া হয়, তেওঁ ল'ব পাৰে, কিন্তু যদিহে তাৰ কাৰণে যুক্তি আৰু দেখ্‌দেখ্‌কৈ কোনো কাৰণ থাকে; কিন্তু অইন যিহকে নকৰক, আনৰ সম্পত্তি অধিকাৰ কৰাৰপৰা তেওঁ বিৰত থাকিব লাগে, কিয়নো, পৈত্ৰিক সম্পত্তি হেৰুওৱাতকৈ মানুহে বেছি সহজে পিতৃ-হেৰুওৱা টোকে সহ্য কৰিব পাৰে। তথাপি সম্পত্তি অধিকাৰ কৰাৰ ইটোসিটো ছলৰ

অভাৱ নাই। আৰু যিজনে ডকাইতি কৰি জীৱন নিৰ্ব্বাহ কৰিবলৈ আৰম্ভ কৰে, তেনে মানুহে আনৰ সম্পত্তি অধিকাৰ কৰিবলৈ যেনে তেনে এটা যুক্তি বিচাৰি উলিয়াবই, কিন্তু মানুহৰ প্ৰাণ লবৰ কাৰণে যুক্তি বিচাৰি পাবলৈ বেছি টান, আৰু পালেও সি বেছি খন্তেকীয়া।

কিন্তু ৰজা যেতিয়া তেওঁৰ সৈন্য-সামন্ত লৈ থাকে আৰু সৈন্য-সামন্তও ঢেৰ থাকে, তেতিয়া এইটো অতি লাগতিয়াল কথা হৈ পৰে যে, তেওঁক মানুহে কটকিনা বুলি কলেও তেওঁ বেয়া পাব নালাগে, কাৰণ এইটি যশস্যা নহলে তেওঁ সৈন্যবাহিনীক ঐক্যবদ্ধ কৰি ৰাখিব বা সিহঁতক কামত লগাব নোৱাৰে। হানিবলৰ লেখত লবলগীয়া কথাৰ ভিতৰত এইটোও আছিল যে, তেওঁৰ যদিও সকলো জাতিৰে মানুহ লৈ গঠিত আৰু বিদেশত যুদ্ধ কৰি ফুৰা অসংখ্য সৈন্য আছিল, সুখৰ দিনতেই হওক বা দুখৰ দিনতেই হওক, সৈন্যবিলাকৰ নিজৰ মাজতেই হওক বা ৰজাৰ বিৰুদ্ধেই হওক, কেতিয়াও খৰিয়াল লগা নাছিল। এটা অমানুষিক নিষ্ঠুৰতাৰ দ্বাৰা সেইটো সম্ভৱ হৈছিল, অইন একো কথা নাছিল। অন্যান্য অসংখ্য গুণৰ লগতে এই নিষ্ঠুৰতাৰ কাৰণেই তেওঁ সৈন্যবাহিনীৰ চকুত সম্মানাৰ্হ আৰু ভয়াবহ হৈ উঠিছিল। এই গুণটো নোহোৱা হলে তেওঁৰ অন্যান্য গুণবিলাকৰপৰা সেইখিনি সম্ভৱ নহলহেতেন। নভবানিচিন্তা লিখকসকলে এহাতে তেওঁৰ কাৰ্য্যকলাপ সমৰ্থন কৰে, আনহাতে আকৌ তাৰ প্ৰধান কাৰণসমূহক দোষ দিয়ে।

তেওঁৰ যে অন্যবিলাক গুণেই যথেষ্ট নহলহেতেন চিপিয়োৰ কথাৰপৰাই আমি তাৰ সত্যতাৰ প্ৰমাণ পাওঁ (কেৱল তেওঁৰ দিনতে নহয় চিপিয়ো সকলো সময়তে বিখ্যাত আছিল)। চিপিয়োৰ সৈন্যবাহিনীয়ে তেওঁৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছিল আৰু এই বিদ্ৰোহ হৈছিল তেওঁৰ অতিপাত দয়াৰপৰা—যি দয়াৰ কাৰণেই সৈন্যবিলাকে সামৰিক শৃংখলাৰ নীতি অনুসৰি যিমানখিনি দয়া প্ৰাপ্য তাতকৈও বেছি দয়া আদায় কৰিব পাৰি ছিল। ফেবিয়াছ্ মেক্সিমাছে তেওঁক এই কথাটোৰ কাৰণে গালি দিছিল আৰু তেওঁক ৰোমীয় সৈন্যবাহিনীক দুৰ্নীতিগ্ৰস্ত কৰা বুলি দোষাৰোপ কৰিছিল। এজন বিষয়াই যেতিয়া লোক্ৰি ধ্বংস কৰিলে তেতিয়া চিপিয়োই তাৰ কোনো প্ৰতিশোধ নললে; তাৰ উপৰি সেই বিষয়াজনৰ উদ্ধতালিৰ কোনো শাস্তিও নহল, ইয়াৰ কাৰণ অইন একো নহয়, ইয়াৰ গুৰি হৈছে তেওঁৰ ঢিলা স্বভাৱ। অৱস্থা এনেকুৱাত পৰিছিলগৈ যে, এজনে ছিনেটত তেওঁৰ পক্ষ সমৰ্থন কৰি কৈছিল যে, বহুত মানুহ আছে যিবিলাকে বৰং নিজে ভুল নকৰিব জানে কিন্তু লোকৰ ভুল শুধৰাব নাজানে। এনেকুৱা

স্বভাৱে সময়ত চিপিয়োৰ যশস্যা আৰু গৌৰৱত কলঙ্ক সানিলেহেতেন। তেওঁ সাম্রাজ্যৰ তলত নাথাকি ছিনেটৰ তলত আছিল গুণেহে সেইখিনি হ'বলৈ নাপালে, কাৰণ ছিনেটে তেওঁৰ এই অপকাৰী গুণটো অকল ঢাকি ৰখাই নহয় তেওঁৰ এটা গৌৰৱৰ বস্তু কৰি তুলিছিল।

গতিকে ভয়ৰ হেতু আৰু মৰমৰ পাত্র হোৱা সম্পৰ্কে সামৰণিত মই কওঁ যে, মানুহে মৰম কৰে স্ব-ইচ্ছাই, কিন্তু ভয় কৰে ৰজাৰ ইচ্ছাত, আৰু বুদ্ধিমান ৰজাই নিজৰ ক্ষমতাৰ ভিতৰত থকাখিনিৰ ওপৰতহে নিৰ্ভৰ কৰে, লোকৰ ক্ষমতাৰ ভিতৰত যি আছে, তাৰ ওপৰত নকৰে, আৰু আগতে আলোচনা কৰি অহাৰ দৰে, ৰজাই মাথোঁ এইটো চাব লাগে যাতে তেওঁ লোকৰ ঘৃণাৰ পাত্র নহয়।

১৮

## কি ধৰণে ৰজাই বিশ্বাস ৰক্ষা কৰি চলা উচিত

ৰজাই ধূৰ্ত্তালিৰে নচলি বিশ্বাস আৰু স্থিৰনীতিৰ ওপৰত ভিত্তি কৰি চলাটো কিমান প্ৰশংসনীয় সেইটো সকলোৰে জনা কথা। তথাপি আমাৰ দিনৰ অভিজ্ঞতাই এইটোহে শিকায় যে, যিসকলৰ বিশ্বস্ততাৰ প্ৰতি কম আস্থা আছিল, আৰু যিসকল শাসনকৰ্ত্তাই ধূৰ্ত্তালিৰ গুণেৰে মানুহৰ মগজত খেলি-মেলি অৱস্থাৰ সৃষ্টি কৰিব পাৰিছে, ৰাজভক্তিকে জীৱনৰ নীতিস্বৰূপে মানি অহাবিলাকক ওফৰাব পাৰিছে, তেনে শাসনকৰ্ত্তাইহে গহীন কাম দেখুৱাব পাৰিছে।

সেই কাৰণে জানি লব লাগে যে, যুদ্ধ কৰাৰ পন্থা দুটা; এটা হৈছে আইনৰ দ্বাৰা আৰু আনটো বলৰ দ্বাৰা : প্ৰথমটো মানুহৰ পন্থা আৰু দ্বিতীয়টো হৈছে পশুৰ; কিন্তু প্ৰথম পন্থাটো যিহেতু বহুত সময়ত যথেষ্ট নহয়, দ্বিতীয় পন্থাটোও অৱলম্বন কৰিবলগীয়া হয়গৈ। সেইদেখি পশু আৰু মানুহ দুয়োটাকে কেনেকৈ চলাব লাগে ৰজাই তাক জনা উচিত। প্ৰাচীন লিখকসকলে শাসকসকলক এই নীতি আওপকীয়াকৈ শিকাইছিল। একিলিজ আৰু বহুতো প্ৰাচীন ৰজাক কেনেকৈ কিৰণ নামৰ চেণ্টৰৰ (আধাঘোৰা-আধামানুহ) তত্ত্বাৱধানত থাকি শিক্ষা-দীক্ষা লৈ ডাঙৰ-দীঘল কৰিবলৈ দি দিয়া হৈছিল, তাৰ বৰ্ণনা এই লিখকসকলে থৈ গৈছে। এই অৰ্দ্ধপশু অৰ্দ্ধমানৱ শিক্ষকৰ উপকথাৰ মাজেদি ইয়াকে নিৰ্দেশ কৰা হৈছে যে, ৰজাই এই দুইবিধৰ স্বভাৱ কামত লগাব জানিব লাগে আৰু জানিব লাগে যে, এটা নহলে আনটো বেছিদিন স্থায়ী নহয়।

ৰজাই সেইকাৰণে পশুৰদৰে কাম কৰিব জানিবই লাগিব আৰু শিয়াল আৰু সিংহ দুয়োকে অনুকৰণ কৰিব লাগিব, কাৰণ সিংহই নিজকে ফান্দৰপৰা সৰুৱাই ফুৰিব নাজানে আৰু শিয়ালে নিজকে কুকুৰনেচীয়াৰ-পৰা ৰক্ষা কৰিব নাজানে। গতিকে ফান্দ চিনি পাবৰ হ'লে শিয়াল হব লাগিব আৰু কুকুৰনেচীয়াক ভয় খুৱাই খেদিবৰ হ'লে সিংহ হব লাগিব। যিসকলে কেৱল সিংহই হব খোজে তেওঁলোকে এই কথাটো নুবুজে। গতিকে জ্ঞানী ৰজাই বিশ্বাস ৰক্ষা কৰি নচলে, যদিহে ৰক্ষা কৰি চলিলে নিজৰ স্বাৰ্থৰ প্ৰতিকূলে যায় আৰু যদিহে দেখে যে যিবিলাক কাৰণত

তেওঁ বিশ্বাস ৰক্ষা কৰিবলৈ বাধ্য হলহেতেন তেনে কোনো কাৰণ আৰু এতিয়া নাই। সকলো মানুহ যদি ভাল হলহেতেন, তেন্তে এই দিহা বৰ সজ উপদেশ নহলহেতেন; কিন্তু মানুহবিলাক বেয়া আৰু মানুহে কেতিয়াও আপোনাৰ লগত বিশ্বাস ৰক্ষা কৰি নচলে, গতিকে আপুনিও সিহঁতৰ লগত বিশ্বাস ৰক্ষা কৰি চলিবলৈ বাধ্য নহয়। কোনো ৰজাই প্ৰতিজ্ঞা ৰক্ষা নকৰি তাৰ পক্ষে সুন্দৰ যুক্তি দেখুৱাবলৈ গৈ কেতিয়াও অপাৰগ হোৱা নাই। ইয়াৰ অসংখ্য উদাহৰণ আজিকালিৰ দিনতে আছে। ৰজাই বিশ্বাসভঙ্গ কৰাৰ কাৰণে কত শান্তিভঙ্গ হ'ল, কিমান প্ৰতিজ্ঞা অৰ্থ-হীন হ'ল তাৰ উদাহৰণৰ অভাব নাই। তাৰ উপৰি, যেয়ে আটাইতকৈ বেছিকৈ শিয়ালৰ দৰে আচৰণ কৰিব পাৰে, সেয়ে যে বেছি কৃতকাৰ্য্য হ'ব পাৰিছে, তাৰো ঢেৰ উদাহৰণ আছে। কিন্তু এই স্বভাৱটো ঢাকিব জনাটো বৰ লাগতিয়াল কথা; ভাও ধৰি তঞ্চক কৰিব জনা হ'ব লাগে, বাহিৰত এটা ভিতৰত এটা হ'ব পাৰিব লাগে; আৰু মানুহো ইমান সৰল আৰু মানুহে বৰ্ত্তমানৰ আৱশ্যকতালৈ ইমান মন কৰি চলে যে, প্ৰৱঞ্চনাকাৰীয়ে সদায় নিজকে প্ৰৱঞ্চিত হ'বলৈ দিয়া মানুহ পায়েই।

বৰ্ত্তমান সময়ৰ এটা মাত্ৰ উদাহৰণ দিওঁ। ৬ষ্ঠ আলেক্‌জেণ্ডাৰে মানুহক প্ৰৱঞ্চনা কৰাৰ বাহিৰে আন একো কৰা নাই। তাৰ বাহিৰে তেওঁ একো ভবাও নাছিল আৰু এই কামত সুবিধাও তেওঁ পাইছিল। কোনো মানুহে তেওঁৰ দৰে ইমান গভীৰভাৱে আশা দিব পৰা নাছিল, ইমান জোৰকৈ প্ৰতিজ্ঞা কৰিব পৰা নাছিল আৰু কোনেও তেওঁৰ সমান ইমান কম প্ৰতিজ্ঞা ৰক্ষা কৰা নাছিল; যি হওক, তঞ্চকী কৰাত তেওঁ সদায় কৃতকাৰ্য্য হৈছিল, কাৰণ এই বিষয়ত তেওঁ আছিল সিদ্ধহস্ত।

গতিকে, ওপৰত কোৱা সকলো গুণ যে ৰজা এজনৰ গাত থাকিব লাগে তাত ধৰাবন্ধা নিয়ম একো নাই, কিন্তু গুণবিলাক থকা যেন দেখুৱাব পাৰিব লাগে। এইখিনিও মই সাহ কৰি কব পাৰোঁ যে সেই গুণবিলাক থকাটো আৰু সেই অনুসৰি কাম কৰাটো বিপদৰহে কথা, কিন্তু গুণবোৰ থকা যেন লগাটো আৱশ্যকীয় কথা। সেইদেখি, দয়াপৰবশ, বিশ্বাসী, মৰমিয়াল, নিষ্ঠাবান, ধাৰ্ম্মিক যেন দেখুৱাটো ভাল আৰু হোৱাটোও ভাল; কিন্তু আপোনাৰ মনটো এনেদৰে গঢ়ি তুলিব লাগে যাতে আৱশ্যক হ'লে তাৰ ওলোটা গুণবিলাককৈ লুটি-বাগৰ মাৰিব পাৰি। আৰু এইটো বুজি লব লাগে যে, ৰজা এজনে, বিশেষকৈ নতুনকৈ হোৱা ৰজা এজনে, যিবিলাক গুণ মানুহৰ ভাল গুণ বুলি কোৱা যায়, সেইবিলাক গুণৰ অনুযায়ী সদায় কাম কৰিব নোৱাৰে, কিয়নো প্ৰায়ে তেওঁ ৰাজ্যখন ৰক্ষা

কৰিবৰ কাৰণে, বিশ্বাসৰ প্ৰতিকূলে, দানশীলতাৰ প্ৰতিকূলে, মানৱীয়তাৰ প্ৰতিকূলে, আৰু ধৰ্ম্মৰ প্ৰতিকূলে আচৰণ কৰিবলগীয়া হয়। গতিকেই তেওঁ বতাহ যেনিয়েই বলে, সেইপিনেই মনটো ঘূৰাই দিব পৰা হ'ব লাগে আৰু ভাগ্যৰ গতি চাই, মই আগতে কোৱাৰ দৰে, পৰাপক্ষত সৎ পথৰপৰা পিছলি যোৱা উচিত নহয়, কিন্তু আৱশ্যক হলে বেয়া কাম কৰিব পৰাও হব লাগে।

ৰজাই সদায় অতি সাৱধানে থাকিব লাগে যাতে তেওঁৰ মুখৰপৰা এনে কোনো কথা নোলায় যিটোৰপৰা হয়তো ধাৰণা হ'ব পাৰে যে তেওঁৰ গাত ওপৰত কোৱা গুণকেইটা নাই। আৰু তেওঁক যাতে মানুহে চাবলৈ আহে, তেওঁৰ কথা শুনিবলৈ ভাল পায়, ৰজাই তাৰ কাৰণে এনেকুৱা দেখুৱাব লাগে তেওঁ যেন দয়া, বিশ্বাস, অখণ্ডচৰিত্ৰ, মানবীয়তা আৰু ধৰ্ম্মৰ প্ৰতিমূৰ্ত্তিহে। তাৰ ভিতৰত শেহত কোৱা গুণটো থকা যেন দেখুওৱাটোতকৈ আৰু বেছি লাগতিয়াল কথা একো নাই, কাৰণ সাধাৰণতে মানুহে হাতেৰে চুই বস্তু আৰু মানুহৰ প্ৰতি ধাৰণা লোৱাতকৈ চকুৰে চাইহে বেছিকৈ লয়। তাৰ কাৰণ হৈছে প্ৰত্যেক মানুহেই চকুৰে দেখে, কিন্তু কমেইহে অন্তৰেৰে অনুভৱ কৰে। আপুনি দেখিবলৈ কেনেকুৱা মানুহে সেইটোহে দেখিব, আপুনি প্ৰকৃততে কেনেকুৱা সেইটো অতি কমেইহে অনুভৱ কৰে; আৰু সেই কমসংখ্যক লোকে সৰহসংখ্যক লোকৰ প্ৰতিবাদ কৰিবলৈ সাহ নকৰে, কাৰণ পিচৰচামৰ প্ৰতিৰক্ষাৰ কাৰণে গোটেই ৰাজ্যখনেই তেওঁলোকৰ পিছত আছে। আৰু মানুহৰ কাৰ্য্যত, বিশেষকৈ ৰজাৰ কাৰ্য্যত—যাৰ ওপৰত কোনো আপীল নাখাটে—কাৰ্য্যৰ অভিপ্ৰায় সৎ হলে, কাৰ্য্যপন্থা লাগিলে যেনেকুৱাই নহওক, তাক অসৎ বুলি নকয়। ৰজাই, সেইগতিকে, ৰাজ্য জয় কৰা আৰু তাক ৰক্ষা কৰাৰ উদ্দেশ্য লওক, তেতিয়া হ'লেই তাৰ কাৰ্য্যপন্থা সদায় মানুহে সম্মানজনক বুলি বিবেচনা কৰিব আৰু প্ৰশংসাও কৰিব, কাৰণ কুৰুচিপূৰ্ণ মনে সদায় বাহ্যিক দৃশ্যমান ঘটনা আৰু তাৰ পৰিণতিকে সঁচা বুলি জ্ঞান কৰে; আৰু পৃথিৱীখনো কেৱল কুৰুচিপূৰ্ণ মানুহেৰেই ভৰা; কুৰুচিপূৰ্ণ নোহোৱা যি দুই এজন থাকে তেওঁলোক অকলশৰীয়া হবলগীয়া হয়, আন সৰহখিনিয়ে ৰজাৰ সান্নিধ্যত লগেভাগে থাকিবলৈ সুবিধা পায়। আধুনিক সময়ৰে এজন ৰজাই (নামটো নোকোৱাই ভাল) কেৱল শান্তি আৰু নিষ্ঠাৰ কথাকে প্ৰচাৰ কৰি ফুৰে, পিছে দৰাচলতে তেওঁ দুয়োটাৰে প্ৰধান শত্ৰু আৰু এই দুটাৰ এটাও যদি কামত খটুৱালেহেতেন, তেন্তে বহুত সময়ত তেওঁ ৰাজ্য বা যশস্যা হেৰুৱালেহেতেন।

## ১৭

# মানুহে হেয় জ্ঞান কৰা বা ঘিণ কৰাৰপৰা হাত সাৰি থাকিব লাগে

আলোচ্য গুণবিলাকৰ ভিতৰত আটাইতকৈ বেছি লেখত লবলগীয়াখিনিৰ বিষয় আলোচনা কৰা হ'ল। এতিয়া মই সাধাৰণভাৱে আৰু চমুকৈ বাকী গুণবিলাকৰ বিষয়ে আলোচনা কৰিম। আগতেই কৈ আহিছোঁ, যিবিলাক কথাৰ কাৰণে ৰজাক মানুহে ঘিণ কৰে বা হেয়জ্ঞান কৰে, তেনেবিলাক কথাৰপৰা দূৰত থকাটো ৰজাৰ কৰ্ত্তব্য। ইয়াত যি কৃতকাৰ্য্য হব পাৰে, তেওঁৰ কাম হৈ গৈছে; অইনবিলাক বেয়া কাম কৰাত তেওঁৰ কোনো বিপদ নাথাকে। মই কৈয়ে আহিছোঁ, বিশেষকৈ, তেওঁ যদি লুভীয়া হয় আৰু প্ৰজাৰ তিৰোতা আৰু সম্পত্তি আত্মসাৎ কৰে, তেন্তে তেওঁ ঘৃণাৰ পাত্ৰ হ'বই আৰু এই কামবপৰা তেওঁ আঁতৰি থকাটোৱে বাঞ্ছনীয়। যেতিয়া-লৈকে সাধাৰণ মানুহৰ সম্পত্তি আৰু সম্মানত হাত দিয়া নহয়, তেতিয়া-লৈকে তেওঁলোক সন্তোষেৰে থাকে; তেতিয়া মুঠেই অতি কমসংখ্যক উচ্চাকাংক্ষী কেইজনমানৰ লগতহে যুজিবলগীয়া হয় আৰু সেইকেইজনক বাধা জন্মাবলৈ বহুত উপায় ওলায়। যাক মানুহে কথাত লৰকফৰক, চেলচেলীয়া, তিৰোতাৰ লেখিয়া ভীৰু আৰু ঢিলা মনৰ পায়, তাকে হেয় জ্ঞান কৰে। ৰজাই এইটো পৰ্ব্বতসংকাশ বিপদ বুলি ধৰিব লাগে। গতিকে ৰজাই তেওঁৰ আচৰণত এনেকুৱা দেখুৱাব লাগে তেওঁৰ যেন কেউফালে জয়-জয় ময়-ময়, অন্তৰখন যেন বহল, তেওঁ যেন অতি গহীন আৰু ধৈৰ্য্যশীল। প্ৰজা-প্ৰশাসনৰ বিষয়ত তেওঁৰ দণ্ডাদেশ কোনেও সলাব নোৱাৰা হ'ব লাগে। তেওঁ নিজৰ সিদ্ধান্তবিলাকত খামোচ মাৰি ধৰি থাকিব লাগে যাতে তেওঁক ঠগা বা প্ৰৱঞ্চনা কৰাৰ কথা কোনেও ভাবিব নোৱাৰে।

যি ৰজাই নিজৰ বিষয়ে এনে এটা অভিমত সৃষ্টি কৰিব পাৰে, তেওঁ মহতী যশস্যাৰ অধিকাৰী হ'ব পাৰে, আৰু যিসকল এনেকুৱা মহতী যশস্যাৰ অধিকাৰী, তেওঁলোকৰ বিপক্ষে ষড়যন্ত্ৰ কৰাটো বৰ টান কথা। যেতিয়ালৈকে মানুহে জানিব যে, তেওঁ ক্ষমতাশালী আৰু আটায়ে তেওঁক শ্ৰদ্ধা কৰি চলে, তেতিয়ালৈকে সহজে তেওঁক কোনেও আক্ৰমণ কৰিবলৈ নাহে। ৰজাৰ দুটা ভয় থাকে: এটা হৈছে ভিতৰৰ—প্ৰজাৰপৰা, আৰু

আনটো বাহিৰৰ—বিদেশী শক্তিৰপৰা। পিছৰটোৰপৰা তেওঁ ভাল সৈন্য-সামন্ত আৰু বন্ধুৰ সহায়েৰে নিজক ৰক্ষা কৰিব পাৰে; ষড়যন্ত্ৰই আমনি নকৰিলে আৰু বাহিৰৰপৰা ব্যাঘাত নহলে আভ্যন্তৰিক অৱস্থা সদায় শান্ত হৈয়ে থাকে। বাহিৰা শক্তিয়ে কেতিয়াবা আক্ৰমণ কৰিব খুজিলেও, তেওঁ যদি মই কোৱামতে ৰাজত্ব চলাইছে আৰু চলাফুৰা কৰিছে, তেন্তে স্পাৰ্টাৰ নেবিছে যেনেকৈ সকলো বিপদ-বিঘিনি অতিক্ৰম কৰিছিল, তেৱোঁ তেনেকৈয়ে কৰিব পাৰিব। কিন্তু বাহিৰৰপৰা প্ৰৰোচনা নাপালেও প্ৰজাৰ-পৰা ভয় থাকিব পাৰে, কাৰণ সিহঁতে গুপুতে ষড়যন্ত্ৰ কৰিব পাৰে। ৰজাই অৱশ্যে লোকৰ চকুত ঘৃণিত আৰু হেয় নোহোৱাকৈ থাকিব পাৰিলে আৰু প্ৰজাক তেওঁৰ প্ৰতি সন্তুষ্ট ৰাখিব পাৰিলে সেইবিলাক অৱস্থাৰপৰা নিজকে ৰক্ষা কৰি চলিব পাৰে—আগতে বিৱৰি কৈ আহিছোঁ সেই দুটা অৱস্থা লাভ কৰাটো ৰজাৰ কাৰণে বৰ আৱশ্যকীয় কথা। জনসাধাৰণৰ ঘৃণাৰ পাত্ৰ নোহোৱাকৈ থাকিব পৰাটো ষড়যন্ত্ৰৰ বিপক্ষে ৰজাৰ এটা ভাল প্ৰতিকাৰ, কাৰণ, ষড়যন্ত্ৰকাৰীয়ে সদায় ভাবে যে ৰজাৰ মৃত্যু ঘটাব পাৰিলে প্ৰজাবিলাক সন্তুষ্ট হ'ব; কিন্তু যদি ভাবে তাকে কৰিলে তেওঁলোকে বেয়াহে পাব, তেতিয়া ষড়যন্ত্ৰত লিপ্ত হবলৈ যেয়ে সেয়ে সংকোচ কৰিব, কাৰণ ষড়যন্ত্ৰকাৰীৰ বিপদ অলেখ। অভিজ্ঞতাৰপৰা জনা যায় যে, ঢেৰ ষড়যন্ত্ৰ এতিয়ালৈকে হৈছে কিন্তু কমেইহে কৃতকাৰ্য্য হ'ব পাৰিছে, কিয়নো যেয়ে ষড়যন্ত্ৰ কৰিবলৈ আগ বাঢ়ে সেয়ে তেওঁৰ লগৰীয়া বিচাৰি পায় অসন্তুষ্ট মানুহৰ মাজত; আৰু তেনেকুৱা অসন্তোষীয়া মানুহৰ আগত আপুনি আপোনাৰ মনোভাৱ ব্যক্ত কৰাৰ লগেলগেই আপুনি তাৰ অভিলাষ পূৰণ কৰাৰ এটা পথ দেখুৱাই দিলে, কাৰণ সি সেই কথাটো প্ৰকাশ কৰি যি লাগে তাকে আদায় কৰিব পাৰে; ইমান দূৰলৈকে সি যাব পাৰে যে, ইয়াৰপৰা যেতিয়া তাৰ লাভ হোৱা যেন দেখিব আৰু আনহাতে যথেষ্ট সন্দেহ আৰু ভয়ৰ কাৰণো দেখিব, তেতিয়া, হয় সি আপোনাৰ অতি আপুৰগীয়া বন্ধু হৈ পৰিব, নহলে যদি সি আপোনাৰ লগত বিশ্বাসত কাম কৰে, তেন্তে সি ৰজাৰ একেবাৰেই ঘোৰ শত্ৰু হ'ব। থোৰতে ক'বলৈ হ'লে, ষড়যন্ত্ৰকাৰীৰ পক্ষে ভয়, ঈৰ্ষা, সন্দেহ, শাস্তিৰ ভয়—ইয়াৰ বাহিৰে একো নাই। এইবিলাকৰপৰাই তাৰ সদায় শঙ্কা, আৰু ৰজাৰ পক্ষে সদায় আছে প্ৰশাসনৰ গম্ভীৰ্য্য, আছে আইন, আৰু আছে তেওঁৰ ৰক্ষাৰ কাৰণে বন্ধু-বান্ধৱ আৰু ৰাষ্ট্ৰখন। ইয়াৰ লগতে যেতিয়া প্ৰজাৰ সদ্ভাৱো যোগ হয়, তেতিয়া আৰু তেওঁৰ বিপক্ষে ষড়যন্ত্ৰ কৰাৰ দুঃসাহস কৰোঁতাৰ থকাটো অসম্ভৱ হৈ পৰে। সাধাৰণতে ষড়যন্ত্ৰকাৰীয়ে তাৰ

আঁচনিমতে কাম হৈ নুঠালৈকেহে ভয় কৰিব লাগে, কিন্তু এই ক্ষেত্ৰত, প্ৰজাবিলাক যেতিয়া তাৰ শত্ৰু, ষড়যন্ত্ৰ শেষ হৈ যোৱাৰ পিছতো তাৰ ভয় কৰিবলগীয়া থাকে আৰু কোনো আশ্ৰয়ৰ আশা কৰিব নোৱাৰা হয়।

এই কথাৰ অসংখ্য উদাহৰণ দিব পাৰি। পিছে মই কেৱল যোৱা-পুৰুষৰ মনত পৰা কালৰ ঘটনা এটাৰহে উদাহৰণ দিম। তেতিয়া আছিল বোলোনাৰ ৰজা মেছাৰ আন্নিবালে বেণ্টিভগ্লি। তেওঁ বৰ্ত্তমানৰ মেছাৰ আনিবালেৰ পূৰ্ব্বপুৰুষ। কান্নেছিবিলাকে তেওঁকেই ষড়যন্ত্ৰ কৰি হত্যা কৰিছিল। মেছাৰ জিয়োভান্নিৰ বাহিৰে তেওঁৰ কোনো সম্বন্ধীয়া মানুহ নাছিল। জিয়োভান্নিও তেতিয়া আছিল একেবাৰেই সৰু ল'ৰা। কিন্তু সেই হত্যাকাণ্ডৰ পাছত প্ৰজাবিলাকে মূৰ তুলি উঠিল আৰু কান্নেছি-বিলাকক হত্যা কৰি পেলালে। ইয়াৰ কাৰণ হ'ল, সেই সময়ত বেণ্টিভগ্লি পৰিয়ালৰ প্ৰতি প্ৰজাৰ সদ্ভাৱ আছিল। আৰু সেই সদ্ভাৱ ইমানেই বেছি আছিল যে, আন্নিবালেৰ মৃত্যুৰ পিছত ৰাজ্যশাসন কৰিব পৰা কোনো নাছিল কাৰণে, বোলোনাৰ মানুহে ফ্লোৰেন্সত এটা বেণ্টিভগ্লি পৰিয়াল আছে বুলি শুনি তাৰপৰাই এটা ল'ৰা আনিলে। তেতিয়ালৈকে সেই ল'ৰাটোক মানুহে কমাৰৰ ল'ৰা বুলিহে ভাবিছিল। তাকে আনি তেওঁ-লোকে মেছাৰ জিয়োভান্নি ডাঙৰ হৈ ৰাজ্য চলাব পৰা নোহোৱালৈকে শাসনৰ ভাৰ দিলে।

মই সেইদেখি এই সিদ্ধান্তত উপনীত হৈছোঁ যে, প্ৰজা সন্তুষ্ট থাকিলে ৰজাই ষড়যন্ত্ৰৰ কাৰণে ভয় কৰিবলগীয়া একো নাই। কিন্তু প্ৰজাই যেতিয়া প্ৰতিকূল আৰু ঘৃণাভৰা আচৰণ দেখুৱায় তেতিয়া ৰজাই যাকে তাকে আৰু যিহকে তিহকে ভয় কৰি চলিবলগীয়া হয়। সুশৃংখল ৰাষ্ট্ৰ আৰু জ্ঞানী ৰজাসকলে ডাঙৰীয়াসকলক হত্যাৰ মাজলৈ ঠেলি নিদিবলৈ আৰু জনসাধাৰণক সন্তুষ্ট ৰাখিবৰ উদ্দেশ্যে কিখিনিৰ আৱশ্যক তাক বুজিবৰ কাৰণে অহোপুৰুষাৰ্থ কৰে। ৰজাই কৰিবলগীয়া কামৰ ভিতৰত এইটো বৰ লাগতিয়াল।

আমাৰ দিনত যিবোৰ ৰাজ্য সুশৃংখল আৰু সুশাসিত বুলিব পাৰি তাৰ ভিতৰত এখন হ'ল ফ্ৰান্স: তাত অসংখ্য সদনুষ্ঠান আছে যাৰ ওপৰত ৰজাৰ স্বাধীনতা আৰু নিৰাপত্তা নিৰ্ভৰ কৰে। ইয়াৰ ভিতৰত আটাইতকৈ ঘাই কথা হৈছে পাৰ্লিয়ামেণ্ট আৰু তাৰ ক্ষমতা। যিজনে সেই ৰাজ্য প্ৰতিষ্ঠা কৰিছিল তেওঁ ডাঙৰীয়াসকলৰ উচ্চাকাংক্ষা আৰু উদ্ধতালি দেখি তেওঁলোকক লাগাম টানি ৰাখিবৰ ব্যৱস্থা কৰিলে। সিফালে ডাঙৰীয়া-বিলাকৰ প্ৰতি জনসাধাৰণৰ ভয়জনিত ঘৃণাৰ কথা জানি, প্ৰজাক সন্তুষ্ট

কৰি ৰখা দায়িত্ব নিজৰ হাতত নাৰাখিছিল; জনসাধাৰণক সন্তুষ্ট কৰিবলৈ গ'লে ডাঙৰীয়াসকলক অসন্তুষ্ট কৰিবলগীয়া হয়। তেওঁ সেই কাৰণে তৃতীয় এজন বিচাৰকৰ ব্যৱস্থা কৰিলে, যি পোনপতীয়াকৈ ৰজাৰ দায়িত্বত নাথাকিও ডাঙৰীয়াসকলক সংযত আৰু জনসাধাৰণক সন্তুষ্ট কৰি ৰাখিছিল। ইয়াতকৈ বেছি ভাল আৰু বেছি বুদ্ধিমানৰ পন্থা নাছিলো আৰু ৰজা আৰু ৰাজ্যৰ নিৰাপত্তাৰ কাৰণে ইয়াতকৈ ভাল প্ৰতিষেধকো একো নাছিল। ইয়াৰপৰা আৰু এটা লাগতিয়াল নিয়মৰ কথা পোৱা যায় যে, ৰজাই প্ৰজাৰ অপ্ৰিয় কামবিলাক লোকৰ হতুৱাই কৰাই, প্ৰজাক দান কৰিবলগীয়া ক্ষেত্ৰত নিজে কৰিব লাগে। সামৰণিত আকৌ মই কওঁ যে, ৰজাই তেওঁৰ ডাঙৰীয়াসকলক শ্ৰদ্ধা কৰিব লাগে, কিন্তু প্ৰজাৰো ঘৃণাৰ পাত্ৰ হ'ব নালাগে।

বহুত ৰোমীয় সম্ৰাটৰ জীৱন আৰু মৃত্যুসম্পৰ্কে আলোচনা কৰি যেতিয়া পোৱা যায় যে, কিছুমান সম্ৰাটে সদায় মহৎভাবেই জীৱন যাপন কৰিছিল আৰু তেওঁলোক মহৎচৰিত্ৰৰ অধিকাৰী আছিল বুলিও দেখা যায়, কিন্তু তথাপিও তেওঁলোকে ৰাজ্য হেৰুৱাইছিল বা ষড়যন্ত্ৰকাৰী প্ৰজাৰ হাতত প্ৰাণ হেৰুৱাইছিল, তেতিয়া এইবিলাক মই ওপৰত কৈ অহা মতৰ বিপৰীত উদাহৰণ বুলি বহুতে হয়তো ভাবিব পাৰে। তাৰ উত্তৰত মই কেইজনমান সম্ৰাটৰ চৰিত্ৰ আলোচনা কৰি তেওঁলোকৰ অধঃপতনৰ কাৰণবিলাক দেখুৱাম। ইয়াৰপৰাই দেখা যাব যে, মই যি কৈ আহিছোঁ তাৰ লগত ইয়াৰ মিল আছে। ইতিমধ্যে মই, যিসকলে এই সময়ৰ কাৰ্য্যাৱলীৰ বিষয় অধ্যয়ন কৰিছে, তেওঁলোকে মন কৰিবলীয়া কথাবিলাকো আলোচনা কৰিম। দাৰ্শনিক মাৰ্কাছৰপৰা আৰম্ভ কৰি মেক্সিমিনাছলৈকে যিসকল সম্ৰাটে সিংহাসন আৰোহণ কৰিছিল, তেওঁলোকৰ আলোচনাতে মই আৱদ্ধ থাকিম। এইসকল হৈছে, মাৰ্কাছ, তেওঁৰ পুতেক কমোডাছ, পাৰ্টিনাক্স, জুলিয়ানাছ, চেভেৰাছ, এণ্টনিনাছ, তেওঁৰ পুতেক কাৰাকালা, মেক্ৰিনাছ, হেলিয়োগেবেলাচ, আলেকজেণ্ডাৰ, আৰু মেক্সিমিনাছ। ইয়াত মন কৰিবলগীয়া প্ৰথম কথা হ'ল যে, অইনবিলাক ৰজাই ডাঙৰবিলাকৰ আকাংক্ষা আৰু সৰুবিলাকৰ উদ্ধতালিৰ বিপক্ষে যুজিবলগীয়া হয়, কিন্তু ৰোমীয় ৰজাবিলাকৰ এটা তৃতীয় আহুকাল আছিল তেওঁলোকে সৈন্যৰ নিষ্ঠুৰতা আৰু আক্ৰোহবিলাক সমৰ্থন কৰি চলিব লাগিছিল। তাৰপৰাই বহুতৰ অধঃপতনো আহিছিল। কাৰণ সৈন্য আৰু প্ৰজা উভয়কে সন্তুষ্ট ৰখাটো অতি টান কথা। তাৰ কাৰণ হৈছে প্ৰজাই ভাল পায় শান্তি আৰু সেইকাৰণে শান্তিপ্ৰিয় ৰজা ভাল পায়, ইফালে সৈন্যবিলাকে ভাল পায় সামৰিক

মনোবৃত্তিৰ ৰজাকে—যি ৰজা উদ্ধত, নিষ্ঠুৰ আৰু আক্ৰোহী। সিহঁতে দুগুণ দৰমহা পায়। আৰু সিহঁতৰ লুভীয়া আৰু নিষ্ঠুৰ স্বভাৱ প্ৰকাশ কৰিবলৈ সুচল হয়। তাৰপৰা ফল হ'লগৈ এইটোৱে যে, যিসকল সম্ৰাটে স্বভাৱগতভাৱে বা বাহ্যিকতাৰ সহায়েৰে এইবিলাক যশস্যাৰ অধিকাৰী হৈছিল, তেওঁলোকেই অধঃপাতে গৈছিল আৰু তাতকৈ বেছিসংখ্যক কিছু-মানে আকৌ নতুনকৈ ৰাজপাটত উঠাব কাৰণে এই দুই বিৰোধী মনোভাৱৰ ধামখুমীয়াত পৰি সৈন্যবিলাকক সন্তুষ্ট কৰাৰ ফালে বেছি মন দিছিল, প্ৰজাৰ অনিষ্ট হব পাৰে বুলি গমি নাচাইছিল। এইদৰে দুটাৰ এটা বাছি লোৱাটো লাগতিয়াল কথাই; কাৰণ, যেই সেই এফালৰপৰা ঘৃণাৰ হাত সাৰি চলাটো ৰজাৰ পক্ষে সম্ভৱ নহয়। প্ৰথমে তেওঁলোকে জন-সাধাৰণ ঘৃণাৰ পৰা হাত সাৰি চলিবলৈ চেষ্টা কৰিব লাগে। তাকে যদি নোৱাৰে তেন্তে আটাইতকৈ শক্তিশালী দলটোৰ ঘৃণাৰপৰা হাত সাৰি থাকিবলৈ সকলো উপায় অৱলম্বন কৰিব লাগে। আৰু নতুন মানুহ কাৰণে এই সম্ৰাটসকলক বহুত অসাধাৰণ অনুগ্ৰহ লগা হৈছিল; তাৰপৰা তেওঁলোকৰ কিবা উপকাৰ হয় নে নহয় সেইটো নিৰ্ভৰ কৰিছিল সিহঁতৰ লগত সম্ৰাটে তেওঁৰ যশস্যা কিমানদূৰ অটুট ৰাখি চলিব পাৰে তাৰ ওপৰত। এইবিলাক কাৰণৰপৰা এয়ে ফল হ'লগৈ যে, মাৰ্কাছ, পাৰ্টিনাক্স, আৰু আলেক্‌জেণ্ডাৰ—আটাইকেইজনে ভদ্ৰভাৱে জীৱন যাপন কৰিছিল, তেওঁলোকে সদায় ন্যায় ভাল পাইছিল, নিষ্ঠুৰতাৰ আছিল শত্ৰু আৰু তেওঁলোক আছিল অতি দয়াশীল আৰু উদাৰ। মাৰ্কাছৰ বাহিৰে এওঁ-লোক সকলোৱে দুঃখময় মৃত্যুবৰণ কৰিব লগা হৈছিল। মাৰ্কাছ কেৱল জীয়াই থাকোঁতেও আছিল বৰ সম্মানেৰে আৰু মৰোঁতেও মৰিছিল সম্মানেৰে। ইয়াৰ কাৰণ আছিল তেওঁ ৰাজপাট পাইছিল উত্তৰাধিকাৰী-সূত্ৰে, তেওঁৰ সৈন্যৰ কাৰণে নাইবা প্ৰজাৰ কাৰণে পোৱা নাছিল। তাৰ বাহিৰেও, বহুত গুণৰদ্বাৰা তেওঁ আনৰ শ্ৰদ্ধাভাজন হৈ তেওঁৰ জীৱিত কালত সদায় দুয়োটা দলকে নিজৰ নিজৰ স্থানত ৰাখিব পাৰিছিল আৰু তেওঁক কোনেও ঘৃণাও নকৰিছিল আৰু কোনেও হেয়জ্ঞানো নকৰিছিল। কিন্তু পাৰ্টিনাক্সক সৈন্যবিলাকৰ ইচ্ছাৰ বিৰুদ্ধে ৰজা পতা হৈছিল। এই সৈন্যবিলাক কমোডাছৰ তলত থাকি বৰ অমিতাচাৰী হৈ উঠিছিল। সেই কাৰণে পাৰ্টিনাক্সে সিহঁতক টানিধৰি সাধু জীৱন এটা যাপন কৰিবলৈ দিওঁতে সিহঁতে সেইটো ভাল নেপাইছিল, ফলত তেওঁক মানুহে ঘিণাই-ছিল আৰু বুঢ়া দেখি হেয়জ্ঞানো কৰিছিল, আৰু এইদৰেই তেওঁৰ প্ৰশাসনীয় জীৱনৰ প্ৰথমছোৱাতে তেওঁৰ অধঃপতন হৈছিল।

ইয়াৰপৰাই বুজিব পাৰি ভাল কাম কৰিও মানুহ ঘৃণনীয় হ'ব পাৰে, বেয়া কাম কৰিও পাৰে। সেই কাৰণে মই আগতে কৈ অহাৰ দৰে, যি ৰজাই ৰাজ্য ৰক্ষা কৰি চলিব খোজে, তেওঁ প্ৰায়েই বেয়া কাম কৰিব লগা হয়; কাৰণ জনসাধাৰণেই হওক, বা সৈন্যবাহিনীয়েই হওক বা ডাঙৰীয়া-সকলেই হওক, যিটো দলকে আপুনি আপোনাৰ স্থান ৰক্ষা কৰিবৰ কাৰণে লাগতিয়াল বুলি ভাবে সেয়ে যদি দুৰ্নীতিপৰায়ণ হয়, তেন্তে আপুনি সিহঁতৰ মন যোগাই চলিব লাগে, সদায় সিহঁতক সন্তুষ্ট কৰি ৰাখিব লাগে। আৰু তেনে ক্ষেত্ৰত সৎ কাম কৰা মানে নিজৰে শত্ৰুতা কৰাহে হয়। কিন্তু আলেকজেণ্ডাৰৰ কথালৈ আহক। তেওঁ ইমান ভাল আছিল যে, তেওঁক যিবিলাক কথাৰ কাৰণে মানুহে প্ৰশংসা কৰে তাৰ ভিতৰত এটা হৈছে যে, তেওঁৰ চৈধ্যবছৰীয়া শাসনৰ কালছোৱাত সম্পূৰ্ণ সুবিচাৰ নোহোৱাকৈ কাকো মৃত্যুদণ্ড দিয়া হোৱা নাছিল। তথাপি, তেওঁক সকলোৱে স্ত্ৰৈণ বুলি ভাবিছিল আৰু কৈছিল যে তেওঁ বোলে সদায় মাকৰ কথামতে চলিছিল, আৰু সেইদৰেই লোকৰ চকুত হেয় প্ৰতিপন্ন হৈছিল কাৰণে সৈন্যবাহিনীয়ে তেওঁৰ বিপক্ষে ষড়যন্ত্ৰ কৰি তেওঁক বধ কৰিছিল।

সিপিনে, কমোডাছ, চেভেৰাছ, এণ্টনিনাচ, কাৰাকালা আৰু মেক্সিমিনাছৰ গুণাৱলী আলোচনা কৰিলে দেখা যায়, তেওঁলোক অতিপাত নিষ্ঠুৰ আৰু লোভী আছিল; সৈন্যবাহিনীক সন্তুষ্ট কৰিবলৈ জনসাধাৰণক নিদিয়া আঘাত নাছিল। ফলত চেভেৰাছৰ বাহিৰে সকলোৰে শেষ অৱস্থা অতি শোচনীয় হৈছিল। চেভেৰাছৰ কিন্তু ইমান ক্ষমতা আছিল যে, সৈন্য-বাহিনীক তেওঁৰ প্ৰতি বন্ধুভাবাপন্ন কৰি ৰাখি তেওঁ সুখেৰে ৰাজ্য শাসন কৰিব পাৰিছিল, আৰু প্ৰজাৰ ওপৰত অত্যাচাৰ কৰিছিল যদিও, তেওঁৰ গুণবিলাকৰ দ্বাৰা তেওঁ সৈন্যবাহিনী আৰু প্ৰজা উভয়ৰে ওচৰত এনে আদৰণীয় আছিল যে, প্ৰজাবিলাকে তেওঁৰ গুণ দেখি আচৰিত হৈছিল, চমক খাই গৈছিল আৰু সৈন্যবাহিনীয়ে তেওঁক শ্ৰদ্ধাও কৰিছিল আৰু তেওঁলোক তেওঁৰ ওপৰত সন্তুষ্টও আছিল।

এইজন শাসকৰ কাৰ্য্যাৱলী নতুন ৰজাৰ কাৰণে অতি মহৎ আৰু লক্ষণীয় বিষয় কাৰণে মই চমুকৈ দেখুৱাব খুজিছোঁ তেওঁ কেনেকৈ শিয়াল আৰু সিংহ উভয়েৰে গুণবিলাক কামত খটুৱাব পাৰিছিল। মই আগতে কৈ আহিছোঁ যে সেই দুয়োটাৰে গুণবিলাক অনুকৰণ কৰাটো ৰজাৰ পক্ষে অতি লাগতিয়াল। সম্ৰাট জুলিয়ানাছৰ কামত আলস্য দেখি, শ্লেভনিয়াত সেনা-নায়ক হৈ থকা চেভেৰাছে প্ৰিটৰিয়ান (সম্ৰাটৰ শৰীৰৰক্ষক) চিপাহী এজনৰ হাতত নিহত হোৱা পাৰ্টিনেক্সৰ মৃত্যুৰ প্ৰতিশোধ লবলৈ ৰোমলৈ যোৱাটো

ভাল হব বুলি সৈন্যবাহিনীক মত কৰালে আৰু সেই ছলতে, তেওঁৰ ৰাজপাটৰ আকাঙ্ক্ষা কাৰো আগত ব্যক্ত নকৰাকৈ, সসৈন্যে ৰোমলৈ যাত্ৰা কৰিলে আৰু তেওঁ যাত্ৰা কৰিছে বুলি জনাৰ আগতেই তেওঁ গৈ ইটালি পালেগৈ। ৰোম পোৱাৰ লগে লগেই ছিনেটে ভয়তে তেওঁক ৰজা নিৰ্ব্বাচন কৰিলে আৰু জুলিয়ানাছক বধ কৰিলে। এই আৰম্ভনিৰ পিছত, সাম্ৰাজ্যৰ সম্পূৰ্ণ ক্ষমতাত অধিস্থিত হোৱাৰ বাটত তেওঁৰ দুটা আহুকাল আছিল। এটা আছিল এচিয়াত। তাত এচীয় সৈন্যবাহিনীৰ অধিনায়ক নিগ্ৰিনাছে নিজকে সম্ৰাট বুলি ঘোষণা কৰিলে। আনটো আছিল পশ্চিমত। তাতো আকৌ এলবিনছে সিংহাসনৰ প্ৰতি আকাঙ্ক্ষা ৰাখিছিল। দুয়োজনৰ প্ৰতি শত্ৰুভাৱাপন্ন হোৱা দেখুওৱাটো বিপদজনক ভাবি, নিগ্ৰিনাছক আক্ৰমণ কৰিবলৈ আৰু এলবিনাছক প্ৰবঞ্চনা কৰিবলৈ স্থিৰ কৰিলে। এলবিনাছলৈ তেওঁ লিখিলে যে, ছিনেটৰদ্বাৰা সম্ৰাট নিৰ্ব্বাচিত হৈ তেওঁ এতিয়া এই সম্মানটো দুয়োৰে ভিতৰত ভগাই ল'ব খোজে। তেওঁলৈ 'চিজাৰ' পদবী দি পঠিয়াল আৰু ছিনেটৰ লগত পৰামৰ্শ কৰি তেওঁক চেভেৰাছৰ লগৰীয়া বুলি ঘোষণা কৰিলে। এলবিনাছে এইবোৰ সকলো অকৃত্ৰিম বুলি গ্ৰহণ কৰিছিল। কিন্তু চেভেৰাছে নিগ্ৰিনাছক পৰাজয় কৰি বধ কৰি পূৰত হোৱা অশান্তিবোৰ দূৰ কৰিলে, আৰু তাৰ পিছত ৰোমলৈ উভতি আহি ছিনেটত এলবিনাছৰ বিৰুদ্ধে অভিযোগ তুলিলে যে তেওঁ চেভেৰাছৰপৰা অতখিনি উপকাৰ পায়ো কৃতঘ্নভাৱে তেওঁক বধ কৰিবলৈ বিচাৰিছিল আৰু কবলৈ ধৰিলে যে, সেই কাৰণতে তেওঁ নিজে তালৈ গৈ তেওঁৰ (এলবিনাছৰ) কৃতঘ্নতাৰ বাবে শাস্তি বিধান কৰিবগৈ লগীয়া হ'ল। তেতিয়া তেওঁক লগ পাবলৈ চেভেৰাছ ফ্ৰান্সলৈ গ'ল আৰু তাত তেওঁক স্থানচ্যুত যে কৰিলেই তেওঁৰ প্ৰাণো ললে।

চেভেৰাছৰ কাৰ্য্যাৱলী যেয়ে পুঙ্খানুপুঙ্খৰূপে পৰীক্ষা কৰি চায়, সেয়ে দেখা পাব তেওঁ আছিল এপিনে ভয়ংকৰ সিংহ, আনপিনে তেনেকৈ অতি টেঙৰ শিয়াল, আৰু দেখা পাব তেওঁক সকলোৱে ভয় আৰু ভক্তি কৰি চলিছিল আৰু সৈন্যবাহিনীয়ে তেওঁক ঘিণ নকৰিছিল, তাৰ উপৰি, তেওঁ দেখি অচৰিতো নহ'ব যে, নতুন মানুহ যদিও তেওঁ ইমানখিনি শক্তিৰ অধিকাৰী আছিল, কাৰণ তেওঁৰ লুভীয়া গুণটোৱে প্ৰজাৰ মনত যিমানখিনি ঘৃণাৰ উদ্ৰেক কৰিব লাগিছিল সেইখিনি নকৰাকৈ ৰাখিছিল তেওঁৰ মহৎ যশস্যাখিনিয়ে। কিন্তু তেওঁৰ পুতেক এণ্টনিনাছো বৰ কাৰ্য্যক্ষম মানুহ আছিল। তাৰ উপৰি তেওঁৰ এনেকুৱা গুণ আছিল যাৰ বলত তেওঁ প্ৰজাৰ মানতো আদৰণীয় আছিল আৰু আনফালে সৈন্যবিলাকেও

তেওঁক ভাল পাইছিল। কাৰণ তেওঁ আছিল সামৰিক লোক, অতি কঠোৰ দুখকষ্ট সহ্য কৰিব পাৰিছিল, মনোৰম খাদ্য আৰু আন কোনো লাহ-বিলাহৰ বস্তু দেখিব নোৱাৰিছিল। এইবিলাকৰ কাৰণেই তেওঁ সৈন্যবিলাকৰ প্ৰশংসাৰ পাত্ৰ আছিল। কিন্তু তেওঁৰ ভয়াবহতা আৰু নিষ্ঠুৰতা আছিল অতি তীব্ৰ আৰু অভূতপূৰ্ব্ব। তেওঁ বহুতো সাধাৰণ মানুহক হত্যা কৰাইছিল, ৰোমৰ ভালেমান মানুহক আৰু আলেক্‌জেন্দ্ৰিয়াৰ সকলো মানুহকেই মৰাই পেলাইছিল। ইয়াৰ পৰাই গোটেই পৃথিৱীৰ মানুহেই তেওঁক ঘিণ কৰিবলৈ ধৰিলে আৰু তেওঁৰ আশে-পাশে থকা মানুহে তেওঁক ইমান ভয় কৰিবলৈ ধৰিলে যে শেহত এজন চেণ্টুৰিয়ন অৰ্থাৎ শইকীয়াই ধৰি সৈন্যৰ মাজতে তেওঁক হত্যা কৰিলে। ইয়াৰপৰা এইটো মন কৰিব-লগীয়া যে, এনেকৈ দৃঢ়প্ৰতিজ্ঞ মানুহে কৰোঁবুলি কৰা হত্যাৰপৰা ৰজা কেতিয়াও সাৰিব নোৱাৰে, কিয়নো যি মৃত্যুক ভয় নকৰে সিয়ে লোকক মৃত্যু দিব পাৰে। কিন্তু ৰজাই এই বিষয়ে সিমান ভয় কৰিব নালাগে, কাৰণ এনেকুৱা মানুহ অতি বিৰল। মুঠতে ৰজাই যিবিলাক মানুহৰপৰা কাম আদায় কৰে বা আদায় কৰিবৰ কাৰণে ওচৰত ৰাখে, সেইবিলাকক কোনো কঠোৰ আঘাত কৰিব নালাগে। এণ্টনিনাচে কৰিছিল কি—সেই শইকীয়াৰে ভায়েকক ঘৃণনীয়ভাৱে গালি-শপনি পাৰি বধ কৰি উঠি আকৌ সেই শইকীয়াকে শৰীৰ-ৰক্ষক হিচাবে ৰাখিছিল। পিছত দেখা গ'ল এইটোৱেই এটা প্ৰকাণ্ড মূৰ্খালি আৰু বিপদজনক কথা।

কমোডাচৰ কথালৈ আহোঁ ব'ব। তেওঁ আছিল মাৰ্কাছৰ পুতেক। গতিকে উত্তৰাধিকাৰীসূত্ৰেই তেওঁ সিংহাসনত অধিষ্ঠিত হৈছিল আৰু তেওঁৰ বাপেকৰ পদানুসৰণ কৰি প্ৰজা আৰু সৈন্যবাহিনী উভয়কে সন্তুষ্ট ৰাখিব পাৰিলেই যথেষ্ট হলহেতেন। কিন্তু নিষ্ঠুৰ আৰু পাশৱিক প্ৰকৃতিৰ হোৱা কাৰণে প্ৰজাৰ ওপৰত তেওঁৰ লুভীয়া মনোবৃত্তি চৰিতাৰ্থ কৰিবলৈ তেওঁ সৈন্যবিলাকৰ অনুকূলে আচৰণ কৰিবলৈ ধৰিলে আৰু সিহঁতক অমিতাচাৰী কৰি তুলিলে। কিন্তু সিফালে তেওঁ নিজৰ সম্মান ৰক্ষা কৰিব নোৱাৰিছিল। কাৰণ তেওঁ প্ৰায়েই বৰ্ম্মহীন যোদ্ধা হৈ ৰঙ্গমঞ্চৰ যুদ্ধত নামিছিল, তাৰ উপৰি ৰাজসম্মানৰ অনুপযুক্ত আৰু অনেক ঘৃণনীয় কাম কৰিছিল। আৰু এইবোৰ কৰি মেলি তেওঁ সৈন্যৰ চকুত হেয় প্ৰতিপন্ন হ'ল। এইদৰে এফালে তেওঁ ঘৃণাৰ পাত্ৰ হ'ল, আনফালে হেয় প্ৰতিপন্ন হ'ল। ফলত তেওঁৰ বিপক্ষে ষড়যন্ত্ৰ হবলৈ ধৰিলে আৰু শেহত তাতে তেওঁৰ মৃত্যু হ'ল।

এতিয়া বাকী থাকিল মেক্সিমিনাছৰ চৰিত্ৰ আলোচনা কৰিবলৈ। তেওঁ

অতি সামৰিক ভাবাপন্ন মানুহ আছিল। ইঁপিনে সৈন্যবিলাকে আলেক্‌জেণ্ডাৰৰ স্ত্ৰৈণ চালচলনত বৰ আমনি পাইছিল। ইয়াৰ বিষয়ে কৈ অহাই হৈছে। গতিকে আলেক্‌জেণ্ডাৰৰ মৃত্যুৰ পিছত তেওঁকে ৰজা পাতিলে। বৰ বেছিদিন কিন্তু তেওঁ ভোগ কৰিবলৈ নাপালে, কিয়নো দুটা কথাৰ কাৰণে তেওঁক মানুহে ঘিণ কৰিছিল আৰু বেয়া চকুৰে চাইছিল। এটা হৈছে তেওঁৰ নীচ কুলত জন্ম—থ্ৰেচৰ তেওঁ এজন গৰখীয়াহে আছিল আৰু সেই কথাটো সকলোৱে জানিছিল আৰু সেই কাৰণেই মানুহে তেওঁক ঘিণাইছিল; আনটো আছিল যিহেতু তেওঁ শাসক-জীৱনৰ প্ৰথমতেই ৰোমলৈ গৈ তেওঁৰ ৰাজকীয় আসন গ্ৰহণ কৰাত পলম কৰিছিল আৰু তেওঁৰ তলতীয়া বিষয়াবিলাকৰ হতুৱাই ৰোম আৰু সাম্ৰাজ্যৰ আন আন অংশত বহুত নিষ্ঠুৰ কাম কৰাই তেওঁ বৰ নিষ্ঠুৰ বুলি এটা দুৰ্যশ লাভ কৰি থৈছিল। এইদৰে তেওঁৰ নীচ বংশত জন্মৰ কাৰণে, গোটেই পৃথিৱীয়ে তেওঁৰ প্ৰতি কুপিত হৈ উঠিল, আৰু লগতে তেওঁৰ জঘন্যতাৰ প্ৰতি হোৱা ভয়ত সকলোৱে ঘিণ কৰিবলৈ ধৰিলে আৰু ফলত প্ৰথমে আফ্ৰিকাৰ আৰু তাৰ পিছত ৰোম আৰু ইটালিৰ সকলো মানুহেই আৰু লগতে ছিনেট সভায়ো তেওঁৰ বিপক্ষে ষড়যন্ত্ৰ কৰিবলৈ ধৰিলে। তেওঁৰ নিজৰ সৈন্যই এইবিলাকৰ লগত যোগ দি একুইলেইয়া অৱৰোধ কৰিলে আৰু অধিকাৰ কৰিবলৈ টান পাই, সিহঁত তেওঁৰ ওপৰত ক্ৰুদ্ধ হৈ উঠিল, আৰু যেতিয়া দেখিলে যে তেওঁৰ ইমানবিলাক শত্ৰু, তেওঁক সিহঁতে কম ভয় কৰা হ'ল আৰু শেহত বধ কৰি পেলালে।

মই হেলিয়োগেবেলাছ, মেক্ৰিনাছ বা জুলিয়েনাছৰ কথা নকওঁ। তেওঁলোক আছিল অতি ঘৃণনীয় আৰু সেইকাৰণে, অতি সোনকালে তেওঁলোক দমি গ'ল। কিন্তু একেষাৰ কথা কৈ মই এই আলোচনাৰ সামৰণি মাৰিম। কথাটো হৈছে যে আমাৰ সময়ৰ ৰজাসকলৰ সেই দিনৰ ৰজাসকলতকৈ সৈন্যবিলাকক সন্তুষ্ট ৰখাত বাধ্যবাধকতা কম আৰু সেইকাৰণে আহুকালো ক'ম; কিয়নো এই ৰজাসকলে সৈন্যবিলাকৰ প্ৰতি অলপ ভাবিবলগীয়া হয় যদিও, কিবা আহুকাল হলেও তাৰ অতি সোনকালে সমাধানো হয়, কিয়নো তেওঁলোকৰ কাৰো প্ৰশাসন চলোৱা আৰু প্ৰদেশ শাসন কৰাৰ ক্ষেত্ৰত সৈন্যসকল একেবাৰেই অপৰিহাৰ্য্য নাছিল। কিন্তু ৰোম সাম্ৰাজ্যৰ ক্ষেত্ৰত হ'লে সি অপৰিহাৰ্য্য আছিল। তেতিয়া যদি প্ৰজাক সন্তুষ্ট কৰাতকৈ সৈন্যবিলাকক সন্তুষ্ট কৰাৰ প্ৰয়োজন বেছি আছিল, তাৰ কাৰণ আছিল যে সৈন্যবিলাকে প্ৰজাতকৈ বেছি কাম কৰিব পাৰিছিল। এতিয়া টুৰ্কীস্থানী ৰজা আৰু

ভাৰতীয় চুলটানৰ বাহিৰে বাকীবিলাক ৰজাই সৈন্যতকৈ প্ৰজাকহে বেছি সন্তুষ্ট ৰাখিব লাগে, কাৰণ প্ৰজাই সৈন্যতকৈ বেছি কাম কৰিব পাৰে। টুৰ্কী ৰজাক মই বাদ দি থৈছোঁ, কাৰণ তেওঁ তেওঁৰ ওচৰত বাৰহেজাৰ পদাতিক আৰু পোন্ধৰহেজাৰ অশ্বাৰোহী সৈন্য ৰাখে আৰু সেই সৈন্যৰ ওপৰতে নিৰ্ভৰ কৰে তেওঁৰ ৰাজ্যৰ নিৰাপত্তা আৰু বল। তেওঁলোকে সৈন্যবিলাকৰ মন ভালে ৰাখিবৰ কাৰণে অইন সকলো কথা বাদ দিব লগাত পৰে। চুলতানৰ ৰাজ্যৰো সেই একে অৱস্থা। তেওঁৰ ৰাজ্য সম্পূৰ্ণৰূপে সৈন্যৰ ওপৰত নিৰ্ভৰ কৰিব লগা হোৱাত, প্ৰজাৰ লগত হওক নহওক অন্ততঃ সৈন্যবিলাকৰ লগত ভালে থাকিবলৈ তেওঁ বাধ্য। আৰু এটা কথা মন কৰিবলগীয়া এইটোৱে যে, চুলতানৰ এই অৱস্থা অইন সকলো ৰজাতকৈ বেলেগ—মিল মাত্ৰ খৃষ্টান ধৰ্ম্মযাজক সম্ৰীয়াসকলৰ পৰম্পৰাৰ লগত। তেওঁলোকৰ ৰাজ্য কিন্তু পুৰুষানুক্ৰমে চলি অহা ৰাজ্যও বুলিব নোৱাৰি বা একেবাৰেই নতুন ৰাজ্যও বুলিব নোৱাৰি, কাৰণ মৃত ৰজাৰ পুতেক ৰাজ্যৰ উত্তৰাধিকাৰী নহয়, ৰাজ্যৰ কৰ্ত্তৃত্বশীল লোকসকলেহে ৰজা নিৰ্ব্বাচন কৰি দিয়ে। আৰু এই পদ্ধতি প্ৰাচীন-কালৰপৰা চলি অহা কাৰণে ইয়াক নতুন ৰাজত্বও বুলিব নোৱাৰি আৰু নতুন ৰাজ্যত যিবোৰ আহুকাল আহি পৰে সেইবোৰ ইয়াত নাই: কিয়নো ৰজাজন নতুন হলেও ৰাষ্ট্ৰৰ আইন-কানুনবিলাক পুৰণি—আৰু নতুন হলেও ৰজাজনক সকলোৱে উত্তৰাধিকাৰীসূত্ৰে হোৱা ৰজাৰ দৰেই গ্ৰহণ কৰে।

আকৌ আগৰ কথালৈ ঘূৰি আহোঁ। মোৰ কথা হৈছে, যেয়ে ওপৰত কৈ অহা যুক্তিবিলাক ভালকৈ অধ্যয়ন কৰিছে—তেওঁলোকে বুজিব যে, লোকে ঘৃণা বা হেয়জ্ঞান কৰাৰ কাৰণেই উপৰোক্ত ৰজাসকলৰ অধঃপতন হৈছিল আৰু এইটোও লক্ষ্য কৰিব পাৰিব যে, কোনোবাই একৰকমে কোনোবাই আনৰকমে চলোঁতে কাৰোবাৰ ভাগ্য সুপ্ৰসন্ন থকাত হয়তো দিনবিলাক ভালে ভালেই গৈছে আৰু কাৰোবাৰ ভাগ্য বেয়া হোৱাত শেষটো বৰ বেয়া হৈ পৰিছে। মাৰ্কাছ আছিল উত্তৰাধিকাৰীসূত্ৰে হোৱা ৰজা। গতিকে নতুনকৈ হোৱা ৰজা পাৰ্টিনেক্স আৰু আলেক্‌জেণ্ডাৰে তেওঁক অনুকৰণ কৰিবলৈ চেষ্টা কৰাটো বা অনুকৰণ কৰাটো অনাৱশ্যকীয় আৰু লগতে বিপজ্জনকো। তেনেকৈ চেভেৰাছৰ কাৰ্য্যদক্ষতাখিনি নথকাকৈ তেওঁক অনুকৰণ কৰিবলৈ যোৱাটো কাৰাকাল্লা, কমোডছ আৰু মেক্সি-মিনাছৰ পক্ষে হানিকৰ কথা আছিল। সেইদেখি নতুন ৰজা এজনে মাৰ্কাছৰ ৰাজ্য চলোৱা পদ্ধতি অৱলম্বন কৰিব নোৱাৰে; আনহাতে চেভেৰছৰ কাৰ্য্য-

পদ্ধতি অনুকৰণ কৰাৰো একো আৱশ্যক নাই; কিন্তু তেওঁ ৰাষ্ট্ৰখন প্ৰতিষ্ঠা কৰিবলৈ যিখিনি আৱশ্যক সেইখিনি চেভেৰাছৰপৰা আৰু আগতে প্ৰতিষ্ঠিত আৰু নিৰাপদে হৈ থকা এখন ৰাষ্ট্ৰৰ সংৰক্ষণৰ কাৰণে যিখিনি আৱশ্যকীয় আৰু মৰ্য্যাদাপূৰ্ণ কথা সেইখিনি মাৰ্কাছৰ পৰা লব পাৰে।

# দুৰ্গ আদি যিবিলাক বস্তু ৰজাসকলে নিৰ্ম্মাণ কৰে সেইবিলাক আৱশ্যকীয় নে অপকাৰী

কিছুমান ৰজাই ৰাজ্য নিৰাপত্তাৰে ৰাখিবৰ কাৰণে তেওঁলোকৰ প্ৰজা-বিলাকক নিৰস্ত্ৰ কৰিছে, কিছুমানে তেওঁলোকৰ তলতীয়া ৰাজ্য ভাগ ভাগ কৰি পেলাইছে, অইন কিছুমানে প্ৰজাৰ মাজতে পৰস্পৰ শত্ৰুতাৰ ভাৱ জগাই তোলে, কিছুমানে আকৌ তেওঁলোকৰ শাসনৰ প্ৰাৰম্ভতে যিবিলাকৰ ওপৰত তেওঁলোকৰ সন্দেহ হৈছিল, সেইবিলাকক হাত কৰিবলৈ যত্ন কৰিছে; কিছুমানে দুৰ্গ সাজিছে, অইন কিছুমানে আকৌ দুৰ্গ ভাঙি ছিঙি নাশ কৰিছে। যদিওবা যিখন ৰাষ্ট্ৰৰ সম্পৰ্কে এই সমালোচনা প্ৰয়োগ কৰা হ'ব, সেই ৰাষ্ট্ৰৰ খুটিনাটিবিলাক নজনাকৈ যদিও এইবোৰ কথাৰ বিষয়ে একো নিৰ্দিষ্ট মতামত দিব নোৱাৰি, তথাপি যিমান দূৰ পাৰি সাধাৰণভাবেই মই আষাৰচেৰেক কথা ক'ম।

নতুনকৈ হোৱা ৰজা এজনে কেতিয়াও প্ৰজাক নিৰস্ত্ৰ কৰাৰ কথা জনা নাযায়। আনপিনে প্ৰজাক নিৰস্ত্ৰ দেখিলে ৰজাই তেওঁলোকক অস্ত্ৰসস্ত্ৰেৰে সজ্জিতহে কৰে, কাৰণ প্ৰজাক এই অস্ত্ৰশস্ত্ৰ দিয়া মানে সেই অস্ত্ৰশস্ত্ৰ নিজৰ কৰি লোৱা। যিবিলাকক আপুনি আগেয়ে সন্দেহ কৰিছিল, তেওঁলোক এতিয়া আপোনাৰ অনুগামী হ'ব আৰু যিবিলাক আগেয়ে অনুগামী আছিল, তেওঁলোকে অনুগামীয়ে থাকিব আৰু কেৱল প্ৰজা হৈয়ে আপোনাব পক্ষ সমৰ্থনকাৰী হৈ থাকিব। আৰু যিহেতু সকলোবোৰ প্ৰজাকে আপুনি অস্ত্ৰ দিব নোৱাৰে, কিছুমানক যেতিয়া আপুনি অস্ত্ৰ-শস্ত্ৰৰ সুবিধা দিব, অইনবিলাকৰ লগত আপুনি বেছি নিৰাপদে চলিব পাৰিব; আৰু তেওঁলোকে এই পৃথক ব্যৱহাৰৰ কথা যেতিয়া বুজিব তেতিয়া আপোনাৰ মানুহবিলাক অপোনাৰ প্ৰতি বেছি অনুগত হৈ থাকিব। অইনবিলাকে আপোনাক ক্ষমা কৰিব, কিয়নো তেওঁলোকে বিচাৰ কৰি চাব যে, যিবিলাক লোক বেছি বিপদৰ মাজেৰে চলিব লাগে আৰু গধুৰ কৰ্ত্তব্য পালন কৰিব লাগে তেওঁলোকৰ গুণ আনতকৈ নিশ্চয় সৰহ। কিন্তু যেতিয়া আপুনি নিৰস্ত্ৰ কৰিব, তেতিয়াই আপুনি সিহঁতৰ মনত আঘাত দিবলৈ আৰম্ভ কৰিব, কাৰণ তাৰপৰা এইটোৱে বুজা যাব যে, আপুনি সিহঁতক কাপুৰুষালিৰ কাৰণেই হওক বা আত্মবিশ্বাসৰ অভাব-

তেই হওক অবিশ্বাস কৰিছে, আৰু এই দুয়োটা মতামতৰ পৰাই আপোনাৰ বিপক্ষে ঘৃণাভাৱ উপজিব। আৰু আপুনি নিজে যেতিয়া নিৰস্ত্ৰ হৈ থাকিব নোৱাৰে, আপুনি বাধ্য হৈ ভেৰণীয়া সৈন্যৰ ওপৰত নিৰ্ভৰ কৰিবলগীয়া হ'ব। এই ভেৰণীয়া সৈন্যৰ মূল্য কিমান আগতে কৈছো আহিছোঁ। আৰু ভাল হলেওবা শক্তিশালী শত্ৰু আৰু সন্দিগ্ধ প্ৰজাৰ বিপক্ষে আপোনাক ৰক্ষা কৰিবৰ কাৰণে সিহঁতৰ সংখ্যা উপযুক্ত নহয়। সেই কাৰণে মই কৈছোঁ, নতুনকৈ হোৱা ৰজা এজনে নতুন ৰাজ্য এখনত প্ৰজাবিলাকক সদায় সশস্ত্ৰ কৰিয়ে ৰাখে। বুৰঞ্জীত তাৰ উদাহৰণ ভৰি আছে।

কিন্তু ৰজা এজনে যেতিয়া আগেয়ে থকা ৰাজ্যৰ বাহিৰেও এখন নতুন ৰাজ্য অধিকাৰ কৰে, তেতিয়া সেই ৰাজ্যৰ প্ৰজাক নিৰস্ত্ৰ কৰাটো প্ৰয়োজনীয়। অৱশ্যে যিবিলাক প্ৰজা সেই ৰাজ্য জয় কৰোঁতে আপোনাৰফলীয়া আছিল সেইবিলাকৰ বাহিৰে; আৰু আনকি এইবিলাককো সময়-সুবিধাসাপেক্ষ দুৰ্ব্বল আৰু স্ত্ৰৈণ কৰি তুলিব লাগিব আৰু এনে ব্যৱস্থা কৰিব লাগিব যাতে নতুন ৰাষ্ট্ৰৰ সকলোখিনি অস্ত্ৰ-শস্ত্ৰ, সদায় ওচৰত থকা আপোনাৰ পুৰণি সৈন্য-সামন্তৰ হাততহে থাকে।

আমাৰ উপবিপুৰুষসকলে আৰু আমি যিসকলক জ্ঞানী বুলি জানো, তেওঁলোকে কৈছিল যে, পিষ্টইয়া বোলে কন্দল লগাই ৰক্ষা কৰা হৈছিল আৰু পিছা ৰক্ষা কৰা হৈছিল দুৰ্গৰ সহায়েৰে আৰু ইয়াৰ কাৰণে তেওঁলোকে নগৰবিল.ক সহজে অধিকাৰ কৰিবলৈ সিহঁতৰ মাজত কন্দল লগাই দিছিল। সেই দিনবিলাকত ইটালিত শক্তিসমূহৰ এটা ভাৰসাম্য আছিল আৰু সেইকাৰণে এই পদ্ধতিৰে চলাটো বেয়া নাছিল সন্দেহ নাই, কিন্তু আজিকালিৰ কাৰণে ই মোৰ মনত বৰ ভাল পদ্ধতি যেন নালাগে, কিয়নো মই ভাবোঁ যেন এইদৰে ভাগ ভাগ কৰাৰপৰা লাভ একো নহয়; আনপিনে, এইটো একেবাৰেই নিশ্চিত যে, শত্ৰু যেতিয়া ওচৰ চাপেহি তেতিয়া এইদৰে বিভক্ত হৈ থকা নগৰবিলাক তৎক্ষণাৎ শত্ৰুৰ হাতত পৰে— কাৰণ তাৰ ভিতৰৰে যিবিলাক দুৰ্ব্বল সেইবিলাকে তৎক্ষণাৎ শত্ৰুৰ পক্ষ লয় আৰু আনবিলাকে শত্ৰুৰ বিপক্ষে থিয় দিবই নোৱাৰে।

মোৰ বিশ্বাস ভেনিছীয়সকলে ওপৰত কোৱা মনস্কামনাৰ দ্বাৰা চালিত হৈ গুৱেলফ্ আৰু গিবেলিনবিলাকৰ মাজত তেওঁলোকৰ তলতীয়া নগৰ-সমূহত কন্দল লগাইছিল আৰু সিহঁতৰ ভিতৰত যদিও ৰক্তপাত হবলৈ নিদিছিল, তথাপি সিহঁতৰ মাজত থকা পাৰ্থক্যবিলাকৰ প্ৰতি সিহঁতৰ দৃষ্টি আকৰ্ষণ কৰিছিল, যাতে সিহঁতৰ মাজত খৰিয়াল কৰি থাকোঁতেই

ভেনিছীয়সকলৰ বিপক্ষে যাব নোৱাৰা হয়। ইয়াৰপৰা অৱশ্যে তেওঁলোকৰ একো লাভ নহয়, কাৰণ ইয়াৰ পাছত দেখা গ'ল যে ভাইলাৰ পৰাজয়ৰ পিছত সেই প্ৰজাবিলাকৰ এটা অংশই সাহ কৰি গোটেই ৰাজ্যকে দখল কৰিলে। তাৰ উপৰি এইবোৰ পন্থা লোৱাৰপৰা ৰজাৰ দুৰ্ব্বলতাহে বুজায়, কাৰণ শক্তিশালী চৰকাৰ এটাৰ অধীনত এনেবোৰ কাজিয়া কেতিয়াও হবলৈ দিয়া নহয়। এই পন্থাৰপৰা লাভ হয় শান্তিৰ সময়ত, কাৰণ তেতিয়া এই পন্থাৰে প্ৰজা শাসন কৰাত সহজ হয়, কিন্তু যেতিয়া যুদ্ধৰ সময় আহি পৰে, এই পন্থাৰ ভ্ৰান্তি তৎক্ষণাৎ ওলাই পৰে।

সন্দেহ নাই, ৰজাসকলে আহুকালবিলাক আৰু প্ৰতিকুল অৱস্থা জয় কৰি অৰ্থাৎ ভাগ্যক জয় কৰি ডাঙৰ হয়—বিশেষকৈ যেতিয়া এজন নতুনকৈ হোৱা ৰজা ডাঙৰ হবলগীয়া হয়—আৰু সেই ৰজাজনৰ যশস্যাৰ আৱশ্যকতা উত্তৰাধিকাৰীসূত্ৰে হোৱা ৰজাতকৈ বেছি থাকে, আৰু অদৃষ্টই যেতিয়া তেওঁৰ ওপৰত শত্ৰু জাপি দিয়ে আৰু তাৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ ৰজাক বাধ্য কৰে, আৰু সিঁপিনে সিহঁতক পৰাজয় কৰাৰ কাৰণো তেওঁৰ যথেষ্ট থাকে, তেতিয়া যিডাল জখলা শত্ৰুৱে তেওঁলৈ আনে সেইডালেদি বগায়ে তেওঁ ডাঙৰ হ'ব পাৰে। সেইদেখি বহুতে ভাবে যে, সুবিধা পালে বুদ্ধিমান ৰজা এজনে ছলবুধি কৰি কিছুমানৰ লগত শতুৰালি কৰি লব লাগে যাতে সিহঁতক দমাবলৈ গৈ নিজক ওপৰলৈ তুলি নিব পাৰে।

ৰজাসকলে, বিশেষকৈ নতুনকৈ হোৱা ৰজাসকলে, প্ৰথমতে যিবিলাকক বিশ্বাস কৰি চলিছিল সেইবিলাকতকৈ, প্ৰথমতে যিবিলাকক সন্দেহ কৰি চলিছিল সেইবিলাকৰপৰাহে বেছি আনুগত্য আৰু বেছি উপকাৰ পায়। চিয়েনাৰ ৰজা পেট্ৰুচিয়ে ৰাজ্য শাসন কৰোঁতে তেওঁ যিবিলাকক সন্দেহ কৰি চলিছিল সেইবিলাকৰপৰাহে বেছি সহায় পাইছিল। কিন্তু এই বিষয়ে আৰু আমি সৰহ ক'ব নোৱাৰো, কাৰণ আমি তেতিয়াহ'লে অমাৰ বিষয়টোৰপৰা বহুত আঁতৰি যাম; মই মাত্ৰ ইয়াকে কম যে, যিবিলাক মানুহ নতুন প্ৰশাসনৰ আৰম্ভতেই ৰজাৰ শত্ৰু আছিল, সেই মানুহবিলাকে যদি সিহঁতৰ নিজৰ বিষয় ৰক্ষাৰ কাৰণে সহায় বিচাৰিবলগীয়া হয়, তেন্তে ৰজাই অতি সহজে সেই মানুহক হাত কৰিব পাৰে আৰু সিহঁতে জানে যে, সিহঁতৰ প্ৰতি আগৰ যি মত ৰজাই পোষণ কৰিছিল, সেই মত সিহঁতে ভাল কাম কৰি খণ্ডন কৰিব লাগিব। গতিকে যিবিলাকে ৰজাৰ ওচৰত বেছি নিৰাপত্তাৰে কাম কৰে আৰু সময়ে সময়ে ৰজাৰ স্বাৰ্থৰ প্ৰতি উদাসীনো থাকে, তাতকৈ এতিয়া কৈ অহা মানুহৰপৰা ৰজাই বেছি সাহায্য পায়।

আৰু এটা কথা এই প্ৰসঙ্গত লাগতিয়াল; সি হৈছে—যি ৰজাই কোনো এখন ৰাজ্যৰ প্ৰজাবিলাকৰ গোপন সাহায্যৰদ্বাৰাই সেই ৰাজ্য দখল কৰিছে—তেনে ৰজাক মই সঁকিয়াই দিবলৈ নেৰোঁ যে, যিবিলাকে ৰাজ্য লোৱাত ভাল পাই তেওঁক অনুকূল আচৰণ কৰিছিল, তেওঁলোকৰ তেনে আচৰণৰ অভিপ্ৰায় কি আছিল সেই বিষয়ে ভালকৈ ভাবি চিন্তি লোৱাটো তেওঁৰ পক্ষে অতি লাগতিয়াল কথা হ'ব আৰু যদি তেওঁৰ কাৰণে স্বাভাৱিক মৰমৰ কাৰণে নহৈ, তেওঁলোকে নিজৰ স্থিতাৱস্থাৰ প্ৰতি সন্তুষ্ট নোহোৱাৰ কাৰণেহে ৰজাক তেনেদৰে সহায় কৰিছিল, তেন্তে সেইবিলাক মানুহৰ বন্ধুত্ব ৰক্ষা কৰিবলৈ ৰজাই বৰ আহুকাল পাব লাগিব, কিয়নো সেইবিধ মানুহক সন্তুষ্ট কৰা বৰ টান। পুৰণি কালৰ আৰু বৰ্ত্তমান সময়ৰপৰা উদাহৰণ লৈ ইয়াৰ কাৰণ পৰীক্ষা কৰি চালে দেখা যায় যে, যিবিলাক মানুহ আগৰ শাসন ব্যৱস্থাত সন্তুষ্ট নাছিল কাৰণে ৰজাক ৰাজ্য দখল কৰাত সহায় কৰি তেওঁৰ বন্ধু হৈছিল, সেইবিলাকতকৈ, যিবিলাক মানুহে আগৰ শাসন-ব্যৱস্থাত সন্তুষ্ট আছিল কাৰণে প্ৰথমতে এই নতুনকৈ হোৱা ৰজাজনৰ শত্ৰু আছিল—সেইবিলাকৰ লগত বন্ধুত্ব কৰা সহজ।

ৰজাৰ বিৰুদ্ধে অভিযানকাৰীবিলাকক বাধা দিবৰ কাৰণে আৰু আকস্মিক আক্ৰমণৰপৰা লুকাই সাৰিবলৈ এডোখৰ নিৰাপদ স্থানৰ কাৰণে আৰু তেনেকৈয়ে ৰাজ্যখন নিৰাপদ কৰি ৰাখিবলৈ ৰজাই দুৰ্গ নিৰ্ম্মাণ কৰোৱাটো এটা প্ৰথাই হৈ পৰিছে। এই পন্থাটো ময়ো অনুমোদন কৰোঁ, কাৰণ ই পুৰণি কালৰপৰা চলি আহিছে। তথাপি আমাৰ দিনতে দেখা পাওঁ মেছাৰ নিকলো ভিটেলিয়ে চিত্তা ডি কাষ্টেলো ৰক্ষা কৰিবৰ কাৰণে দুটা দুৰ্গ ধ্বংস কৰিছিল। চিজাৰে বৰ্জ্জিয়াই যিখন দেশৰপৰা খেদি দিছিল সেইখন দেশলৈ উভতি আহি উৰ্ব্বিনোৰ ডিউক গুইড্ উবাল্ডোই সেই দেশৰ সকলো দুৰ্গ ভাঙি ছিঙি পেলালে, কিয়নো তেওঁ গুণি ভাবি পালে যে, সেই দুৰ্গবোৰ নহলে সহজে তেওঁৰপৰা সেই ৰাজ্য কোনেও কাঢ়ি নিব নোৱাৰে। বোলোনালৈ উভতি আহি বেণ্টিভগ্লিয়েও একে কামকে কৰিছিল। সেই কাৰণে কোনো কোনো সময়ত দুৰ্গৰপৰা উপকাৰ হয়ো, কোনো কোনো সময়ত নহয়ো; একৰকমে সিহঁতৰপৰা কিবা উপকাৰ হ'লে, একৰকমে আকৌ অপকাৰ হয়। প্ৰশ্নটো এইদৰে আলোচনা কৰিব পাৰি : যি ৰজাই বিদেশীতকৈ নিজৰ প্ৰজাক বেছি ভয় কৰে, তেওঁৰ দুৰ্গৰ আৱশ্যক হয়, যি নিজৰ প্ৰজাতকৈ বিদেশীক বেছি ভয় কৰে তেওঁ দুৰ্গ নিৰ্ম্মাণ কৰিব নালাগে। ফ্ৰাঞ্চিস্কো স্ফোৰ্জাই নিৰ্ম্মাণ কৰা মিলানৰ দুৰ্গই স্ফোৰ্জা ফৈদক যিমান আহুকাল দিছে আৰু আগলৈকো দিব,

ৰাজ্যৰ আন কোনো আহুকালেই তাৰ তুলনা নহয়। সেই কাৰণে মানুহৰ মৰমৰ মাজত যি দুর্গ থাকে সেই দুর্গইহে আটাইতকৈ ভাল দুর্গ, কাৰণ আপোনাৰ দুর্গ থাকিলেও, মানুহে যদি আপোনাক হিংসা-খিয়াল কৰে তেন্তে আপোনাৰ ৰক্ষা নাই। প্ৰজাবিলাকে যদি এবাৰ আপোনাৰ বিপক্ষে অস্ত্ৰ ধৰে, তেন্তে সিহঁতক সহায় কৰিবলৈ বিদেশীৰ অভাৱ নহয়। আমাৰ দিনতো দুর্গৰপৰা কোনো ৰজাৰ কিবা উপকাৰ হোৱা দেখা নাই। কেৱল এটা ক্ষেত্ৰত হৈছিল—কাউণ্টেছ অভ ফৰ্লিৰ ক্ষেত্ৰত। তেওঁৰ গিৰিয়েক কাউণ্ট জিৰোলামোৰ মৃত্যুৰ পিছত তাৰ সহায়েৰেই তেওঁ প্ৰজাবিদ্ৰোহৰ হাত সাৰিল, মিলানৰপৰা সহায় পাবলৈ বাট চাব পাৰিলে আৰু শেহত ৰাজ্যখন পুনৰাধিকাৰ কৰিব পাৰিলে; তেতিয়া অৱস্থা এনেকুৱা আছিল যে কোনো বিদেশীয়ে প্ৰজাক সহায় কৰিব নোৱাৰিছিল। কিন্তু, পিছত যেতিয়া চিজাৰে বৰ্জ্জিয়াই আক্ৰমণ কৰিলে আৰু প্ৰজা তেওঁৰ বিৰোধী হৈ বিদেশীৰ লগত মিত্ৰতা কৰিলে তেতিয়া দুর্গৰপৰা তেওঁৰ একো উপকাৰ নোহোৱা হ'ল। সেই কাৰণে তেতিয়া আৰু তাৰ আগতে তেওঁৰ দুর্গ থকাতকৈ বৰং তেওঁক যদি প্ৰজাই ঘিণ নকৰিলেহেতেন, সেইটোহে বেছি নিৰাপদৰ কথা আছিল। এইবোৰ কথা ভাবি চিন্তি, যি ৰজাই দুর্গ নিৰ্ম্মাণ কৰায় তেওঁকো, আৰু যি ৰজাই নকৰায়, তেওঁকো মই প্ৰশংসা কৰোঁ। কিন্তু তাৰে ওপৰত সকলো ভৰসা কৰি যি ৰজাই প্ৰজাই ঘিণ কৰা নকৰালৈ ৰৰকৈ কাণসাৰ নকৰে তেনে ৰজাকহে মই ভাল নোবালোঁ।

## যশস্যা আৰ্জ্জন কৰিবলৈ ৰজাই কেনেধৰণে কাম কৰা উচিত

ডাঙৰ অভিযান কৰি আৰু ক্ষমতাৰ নিদৰ্শন দেখুৱাই ৰজাই যিমান শ্ৰদ্ধা আদায় কৰিব পাৰে, আন একোৰে নোৱাৰে। আমাৰ দিনতে তাৰ উদাহৰণ আৰাগনৰ ৰজা অৰ্থাৎ বৰ্ত্তমান স্পেইনৰ ৰজা ফাৰ্দিনেন্ড। তেওঁক নতুনকৈ হোৱা ৰজাই বুলিব পাৰি, কাৰণ, এজন দুৰ্ব্বল ৰজাৰপৰা গৈ গৌৰৱ আৰু যশস্যাত তেওঁ গোটেই খৃষ্টিয়ান সাম্ৰাজ্যৰ প্ৰধানতম ৰজাত পৰিণত হৈছেগৈ, আৰু আপুনি যদি তেওঁৰ কাৰ্য্যাৱলী পৰ্য্যালোচনা কৰি চায় তেন্তে দেখা পাব যে তেওঁ বহুত গহীন কাম কৰি গৈছে আৰু তাৰ ভিতৰতে কিছুমান অসাধাৰণ কামো কৰিছে। ৰাজত্বৰ প্ৰাৰম্ভতে তেওঁ গ্ৰেনাডা আক্ৰমণ কৰিলে। সেই অভিযানেই তেওঁৰ ৰাষ্ট্ৰৰ ভেটি স্থাপন কৰিলে। প্ৰথমতে তেওঁ আজৰি সময়ত এই কাম কৰিছিল আৰু কোনো বাধাৰ সন্মুখীন হ'ব লাগিব বুলি ভয়ো নকৰিছিল। তেওঁ কাষ্টিলৰ বেৰন-সকলৰ মনবিলাক এই অভিযানৰ কথাবেই পূৰাই ৰাখিছিল যাতে তেওঁ-লোকে এই যুদ্ধৰ বাহিৰে অইন নতুন কিবা উদ্ভাৱন কৰাৰ কথা ভাবিবৰ অৱসৰ নাপায়। আৰু এইদৰেই বেৰনসকলে গম নাপাওঁতেই তেওঁলোকৰ ওপৰত ৰজাৰ প্ৰতিপত্তি বাঢ়ি গ'ল। গীৰ্জ্জাঘৰ আৰু প্ৰজাৰ ধনেৰে তেওঁ তেওঁৰ সৈন্য-সামন্ত পোহপাল দিব পাৰিছিল আৰু সেই দীঘলীয়া যুদ্ধখনৰদ্বাৰাই তেওঁৰ সামৰিক শক্তিৰ ভেটি স্থাপন কৰি লৈছিল আৰু তাৰপৰাই পিছত তেওঁ জনাজাত হৈ পৰিছিলগৈ। ইয়াৰ উপৰিও, তাতকৈ ডাঙৰ ডাঙৰ অভিযান চলাবলৈ সমৰ্থ হ'বৰ কাৰণে, ইফালে সদায় একোটা ধাৰ্ম্মিকতাৰ ছল দেখুৱাই, তেওঁ এটা নিষ্ঠুৰতাৰ কাম কৰিলে— মূৰবিলাকক তেওঁৰ ৰাজ্যৰপৰা খেদি দিলে আৰু সিহঁতক ধ্বংস কৰিলে।* সেই একে ছল দেখুৱাই তেওঁ আফ্ৰিকাও আক্ৰমণ কৰিছিল, ইটালি অভি-যানত প্ৰবৃত্ত হৈছিল আৰু অলপতে ফ্ৰান্সো আক্ৰমণ কৰিলে। এনেকৈয়ে তেওঁ ধাৰাবাহিকভাবে ডাঙৰ ডাঙৰ অভিসন্ধিত লাগি আছে আৰু সেই-বোৰ কাণ্ডকাৰখানাই তেওঁৰ প্ৰজাৰ মন অনিশ্চিত আৰু উথলমাথল কৰি

* পিটাৰ বৰুৰ অনুবাদত ইহুদীৰ কথাহে আছে।

ৰাখিছে আৰু তাৰে ফলাফললৈ লক্ষ্য কৰাতে সিহঁত সদায় ব্যস্ত আছে। সেই অভিযানবোৰ ইটোৰ পিছত সিটোকৈ ওলায়ে আছে আৰু সেইবোৰৰ কাৰণে মানুহে থিতাপি লৈ বহি ৰজাৰ বিপক্ষে আচৰণ কৰিবলৈ সময়েই পোৱা নাই।

আমি কৈ অহা মিলানৰ মেছাৰ বের্নাবোৰ দৰে আভ্যন্তৰীণ প্ৰশাসনত শ্ৰেষ্ঠতাৰ অসাধাৰণ উদাহৰণ দেখুৱাটোও ৰজাৰ পক্ষে লাভজনক কথা। যেতিয়া অসামৰিক অৱস্থাত কোনোবাই ভালেই হওক বা বেয়াই হওক অসাধাৰণ কিবা এটা কৰি পেলায়, তেনে মানুহক ৰজাই এনে এটা পুৰস্কাৰ বা শাস্তি দিয়াৰ উপায় উলিয়াব লাগে যাতে সেই বিষয়ে মানুহে পিছত কোৱাকুই কৰে। আটাইতকৈ ডাঙৰ কথা হৈছে—ৰজাই তেওঁৰ প্ৰত্যেক কাৰ্য্যতে মহৎ আৰু সৰ্ব্বোৎকৃষ্ট বুলি প্ৰশংসা লাভ কৰিবলৈ যত্নবান হব লাগে।

আৰু এটা কথা—ৰজা যেতিয়া প্ৰকৃত বন্ধু বা প্ৰকৃত শত্ৰু হয়, অৰ্থাৎ যেতিয়া তেওঁ খোলাখুলিকৈ নিজকে কাৰোবাৰ পক্ষে আৰু কাৰোবাৰ বিপক্ষে বুলি প্ৰকাশ কৰি দিয়ে, তেতিয়াই তেওঁক মানুহে সম্মান কৰে। নিৰপেক্ষ থকাতকৈ এইটো নীতিহে সদায় বেছি কাৰ্য্যকৰী হয়। কাৰণ দুটা ওচৰচুবুৰীয়া শক্তিৰ ভিতৰত যদি মৰামাৰি লাগে তেতিয়া সিহঁতৰ ভিতৰত যিটো শক্তি জয়ী হয় তাৰ প্ৰতি ভয় কৰি চলিব লগা হয়, নহলেবা নহয়। দুয়োটা ক্ষেত্ৰতে আপুনি খোলাখুলিকৈ নিজকে ব্যক্ত কৰিব লাগিব আৰু যুদ্ধত যোগ দিব লাগিব, কাৰণ প্ৰথমটো ক্ষেত্ৰত আপুনি যদি নিজকে ব্যক্ত নকৰে, তেন্তে আপুনি জিকা শক্তিটোৰ চিকাৰ হ'ব লাগিব, হৰা শক্তিটোৱে তাকে দেখি বৰ ৰং পাব। তেতিয়া আপোনাৰ পক্ষ সমৰ্থন কৰিবলৈ যুক্তিও নাপায়, একো নাপায় আৰু কোনেও আপোনাক অভ্যৰ্থনাও নজনায়। কাৰণ যি জিকে, তেওঁ সন্দেহৰ পাত্ৰজনক আৰু যি তেওঁক বিপদত সহায় নকৰে, তেনে এজন মানুহৰ লগত কেতিয়াও বন্ধুত্ব নকৰে, আৰু যি হাৰে, তেওঁ আপোনাক গ্ৰহণ নকৰে, কাৰণ আপুনি তেওঁৰ কাৰণে অস্ত্ৰধাৰণ কৰিবলৈ যোৱা নাই।

ৰোমানবিলাকক বাহিৰ কৰি দিবৰ কাৰণে ইটোলিয়ানবিলাকে পঠোৱাত এণ্টিয়কাছ গ্ৰীচলৈ গৈছিল। ৰোমানবিলাকৰ বন্ধু একিয়ানবিলাক যাতে নিৰপেক্ষ থাকে সেই অৰ্থে উদগনি দিবলৈ তেওঁ সিহঁতৰ ওচৰলৈ বাক্‌পটু লোক পঠাইছিল; সিপিনে, ৰোমানবিলাকে সিহঁতৰ ফলীয়া হৈ অস্ত্ৰ লবলৈ একিয়ানবিলাকক ফুচুলাবলৈ ধৰিলে। একিয়ানবিলাকৰ সভাত কথাটো আলোচনাৰ কাৰণে উত্থাপন কৰা হ'ল। তাত এণ্টিয়কাছৰ দূতে

তেওঁলোকক নিৰপেক্ষতা অবলম্বন কৰাৰ পক্ষে ঘূৰাবলৈ যত্ন কৰিছিল। তাতে ৰোমান দূতে উত্তৰ দিলে, "তোমালোকৰ ৰাষ্ট্ৰই আমাৰ যুদ্ধত হস্তক্ষেপ নকৰাটো আটাইতকৈ উত্তম আৰু সহায়ক হ'ব বুলি যে কোৱা হৈছে সেই বিষয়ে মই কওঁ যে তাতকৈ আৰু অসত্য একো হ'ব নোৱাৰে; কাৰণ আপোনালোকে যদি ইয়াত হস্তক্ষেপ নকৰে, তেন্তে কোনো অনুগ্ৰহ বা যশস্যা নোপোৱাকৈয়ে, আপোনালোক বিজয়ীজনৰ পুৰস্কাৰস্বৰূপ হ'ব লাগিব।"

আৰু এইটো সদায়েই ঘটি থাকিব যে যিজন আপোনাৰ বন্ধু নহয়, তেওঁ আপোনাক নিৰপেক্ষ হৈ থকাটো বিচাৰিব আৰু যিজন আপোনাৰ বন্ধু তেওঁ আপোনাক অস্ত্ৰ ধাৰণ কৰি নিজৰ স্বৰূপ ঘোষণা কৰাটো বিচাৰিব। অস্থিৰ মনৰ ৰজাই সাধাৰণতে নিৰপেক্ষতাৰ পন্থা অৱলম্বন কৰে আৰু তাৰপৰা ধ্বংসৰ মুখত পৰে। কিন্তু ৰজাজনে যদি এজনৰ পক্ষ সমৰ্থন কৰা বুলি স্পষ্টকৈ জনাই দিয়ে, যদি আপুনি সমৰ্থন কৰা-জনেই জয়ী হয়, তেতিয়া তেওঁ যদি ক্ষমতাশালীও হয় আৰু আপুনি তেওঁৰ দয়াৰ বশবৰ্ত্তী হৈ থাকিবলগীয়া হয়, তথাপি তেওঁৰ আপোনাৰ ওচৰত এটা বান্ধোন থাকিল—আপোনাৰ লগত বন্ধুত্বও প্ৰতিষ্ঠা হ'ল আৰু কোনো মানুহেই ইমান অসাধু নহয়, যে তেওঁ আপোনাৰ প্ৰতি দেখ-দেখকৈ কৃতঘ্নৰ আচৰণ কৰিব। তাৰ উপৰি, যুদ্ধ জয় কৰিলেই যে কেউফালে জয়-জয় ময়-ময় হৈ পৰিব আৰু জিকোঁতাজনৰ একোলৈকে ভয়-সঙ্কোচ নোহোৱা হ'ব সেইটো নহয়। কিন্তু আপোনাৰ মিত্ৰ যদি হাৰে, তেন্তে তেওঁ আপোনাক আশ্ৰয় দিব আৰু যেতিয়ালৈকে পাৰে তেতিয়া-লৈকে আপোনাক সহায় কৰি থাকিব। ভৱিষ্যতে আকৌ উদয় হোৱাৰ সম্ভাৱনা থকা ভাগ্যৰ আপুনি সমভাগী হব পাৰিব। আকৌ দ্বিতীয়টোৰ ক্ষেত্ৰত, যুদ্ধত লিপ্ত থকাবিলাক যেতিয়া এনেকুৱা হয় যে যুদ্ধজয়ীজনৰ-পৰা আপোনাৰ ভয় কৰিবলগীয়া একো নাই, তথাপি আপুনি যেই সেই এজনৰ সপক্ষে থকাটোহে বেছি বুদ্ধিমানৰ কাম হ'ব; কাৰণ আপোনাৰ ওচৰচুবুৰীয়া দুজন ৰজা যদি মিলেৰে থাকে তেন্তে আপোনাৰ বিপদ, আৰু প্ৰকৃততে যিজনৰ লগ লাগি আপুনি আনজনক ধ্বংস কৰিব তেওঁ জ্ঞানী হ'লে সিজনক সহায়হে কৰিলেহেতেন, তেতিয়া তেওঁলোকৰ ভিত-ৰত যিজনে আপোনাৰ সহায় লৈ সিজনক ধ্বংস কৰিলে, সেইজন সদায় আপোনাৰ কথামতেই চলিব।

এইখিনিতে এটা কথা মন কৰিবলগীয়া যে, এজন ৰজাই অইন এজনৰ অনিষ্ট কৰিবলৈ যাওঁতে, নিজতকৈ শক্তিশালী এজনৰ লগত লগ লাগিব

নালাগে—অৱশ্যে যদি একেবাৰেই নিৰুপায়ত নপৰে। এই বিষয়ে আগতে কৈ অহাও হৈছে; কাৰণ তেওঁ যদি জয়ী হয় তেন্তে আপুনি তেওঁৰ ক্ষমতাৰ বশবৰ্তী হৈ থাকিব লাগিল আৰু ৰজাসকলে সদায় চেষ্টা কৰিব লাগে যাতে পৰাপক্ষত তেওঁলোক কেতিয়াও আনৰ ইচ্ছা আৰু দয়াৰ ওপৰত নিৰ্ভৰ কৰি থাকিব লগা নহয়। ভেনিছীয়বিলাকে মিলানৰ ডিউকৰ বিপক্ষে ফ্ৰান্সৰ লগত যোগ দিলে। কিন্তু তেওঁলোকে এই মিত্ৰতা নকৰাকৈও পাৰিলেহেতেন। লাভৰ ভিতৰত গৈ গৈ তাৰপৰা তেওঁলোক নিজেই ধ্বংস হ'ল। কিন্তু তেনেকুৱা মিত্ৰতাৰপৰা সদায় হাত সাৰি থকাটো টান—পোপ আৰু স্পেইন লগ লাগি লম্বাৰ্ডি আক্ৰমণ কৰিবলৈ যাওঁতে ফ্লোৰেণ্টবাসী-বিলাকৰে সেই গতি হৈছিল। তেনে অৱস্থাত ৰজাই ওপৰত কৈ অহা কাৰণবিলাকতে আনৰ লগ লগা উচিত। কোনো ৰাষ্ট্ৰই ভবা অনুচিত যে তেওঁলোকে সদায় এটা নিৰাপদ নীতি অৱলম্বন কৰি থাকিব পাৰিব, বৰং ভাবিব লাগে যে, সকলোতে এটা সন্দেহ আছেই। স্বাভাৱিকতে পোৱা যায় যে, মানুহে কেতিয়াও এটা আহুকালৰ হাত সাৰিবলৈ যাওঁতে অইন এটা আহুকালত নপৰাকৈও যে থাকিব লাগে তাৰ কাৰণে যত্ন নকৰে; কিন্তু জ্ঞানী মানুহে আহুকালবিলাকৰ ধৰণটো ভালকৈ চিনি পায় আৰু তাৰ ভিতৰত যিটোৱেই আটাইতকৈ কম অপকাৰী, তাকে উত্তম বুলি গ্ৰহণ কৰে।

ৰজাই নিজকে গুণৰ পূজাৰীহিচাপে পৰিচয় দিব লাগে, কাৰ্য্যদক্ষ-বিলাকক আনতকৈ আগ ভাগ দিব লাগে আৰু শিল্পকলাত পাকৈত-সকলক সম্মান কৰিব লাগে। তাৰ উপৰি নাগৰিকসকলক তেওঁ শান্তি-পূৰ্ণভাৱে নিজৰ জীৱিকানিৰ্ব্বাহৰ পন্থা অৱলম্বন কৰিবলৈ উদগনি দিব লাগে। এই পন্থা বেহা-বেপাৰেই হওক, কৃষিকৰ্মই হওক বা আন যি কোনো ব্যৱসায়েই হওক—মানুহে যিটোকে বাছি লৈছে তাতে প্ৰত্যেকে নিৰাপদ মনেৰে সেই পন্থা অনুসৰণ কৰিব পাৰিব লাগে, যাতে নিজৰ নিজৰ ব্যৱসায় অন্য কোনেও কাঢ়ি নিয়াৰ ভয় নাথাকে বা কৰৰ ভয়ত কোনেও নিজ ব্যৱসায় নোখোলাকৈ নাথাকে। তেওঁ এনেকুৱা জীৱিকা অৱলম্বন কৰা মানুহক পুৰস্কাৰ দিয়া উচিত। তাৰ উপৰি যেয়ে নিজৰ নগৰ বা ৰাষ্ট্ৰৰ উন্নতিসাধন কৰিব খোজে তেওঁকো পুৰস্কৃত কৰা উচিত। ইয়াৰ বাহিৰেও সুচল সময় চাই, প্ৰজাবিলাকক তেওঁ উৎসৱ প্ৰদৰ্শন আদিত ব্যস্ত ৰাখিব লাগে; আৰু প্ৰত্যেক নগৰেই কিছুমান শ্ৰেণী বা সমষ্টিত বিভক্ত যেতিয়া, ৰজাই এই প্ৰত্যেক সমষ্টিলৈকে মনোযোগ দিয়া উচিত। সময়ে সময়ে সেইবিলাকৰ লগত মিলি যাব লাগে আৰু মানুহক

তেওঁৰ মানবীয়তা আৰু দানশীলতাৰ নিদৰ্শন দেখুৱাব লাগে। সকলোতে কিন্তু এটা কথা থাকিব লাগিব—তেওঁ নিজৰ সন্মান সদায় ৰক্ষা কৰি চলিব লাগে, সেই সন্মান যাতে কোনো কথাতে কেতিয়াও ক্ষুণ্ণ নহয়।

# ৰজাৰ সচিবসকল

ৰজাৰ সচিব বাছনি কম গুৰুত্বপূৰ্ণ কথা নহয়; তেওঁলোক হয় ভাল হ'ব, নহয় ৰজাৰ জ্ঞান-বিচাৰমতে যেনে হব লাগে তেনে নহব। ৰজাৰ ওচৰে পাজৰে কেনেধৰণৰ মানুহ থাকে তাকে চায়েই মানুহে ৰজাৰ বিষয়ে প্ৰথম মনোভাব গঠন কৰে। এই মানুহবিলাক যদি কাৰ্য্যদক্ষ আৰু ৰাজভক্ত হয়, তেন্তে ৰজাক সদায় জ্ঞানী বুলি ধৰি লব পাৰি, কাৰণ তেওঁ সেই মানুহবিলাকৰ কাৰ্য্যক্ষমতা স্বীকাৰ কৰিছে আৰু তেওঁলোকক ৰজাভক্ত প্ৰজা কৰি ৰাখিছে। কিন্তু মানুহবিলাক যেতিয়া তাৰ ওভতা হয়, তেতিয়া তেওঁৰ বিষয়ে মানুহে এটা প্ৰতিকূল মনোভাব পোষণ কৰিব পাৰে, কাৰণ এই মানুহ বছাটোৰেই তেওঁৰ প্ৰথম ভুল।

মেছাৰ এণ্টনিয়ো ডা ভেনাফ্ৰোক চিয়েনাৰ ৰজা পেণ্ডলফো পেট্ৰুচিৰ মন্ত্ৰী বুলি কোনেও নাজানিছিল। এণ্টনিয়োইয়ো তেওঁক মন্ত্ৰীহিচাবে লোৱাৰ কাৰণে পেণ্ডলফোক বৰ জ্ঞানী মানুহ বুলি ভবা নাছিল। তিনিৰকমৰ মগজু আছে। এক ৰকমৰ হৈছে—কাৰো সহায় নোলোৱাকৈ কথা বুজিব পৰা; আৰু একৰকম হৈছে—কোনোবাই বুজাই দিলেহে কথা বুজে; তৃতীয়টো হৈছে—যি নিজেও নুবুজে, লোকে বুজাই দিলেও বুজিব নোৱাৰে। প্ৰথমটো আটাইতকৈ উত্তম; দ্বিতীয়টোও উত্তম, কিন্তু তৃতীয়টো একেবাৰেই অকামিলা। এইটো ঠিক যে যদি পেণ্ডলফো প্ৰথমবিধৰ নাছিল তেওঁ অন্ততঃ দ্বিতীয়বিধৰ আছিল। কাৰণ, মানুহে কোনোবাই কিবা কৰিলে বা ক'লে ভাল-বেয়া তেওঁ বিচাৰ কৰিব পাৰে। তেওঁৰ বুদ্ধিৰ কোনো মৌলিকতা নাথাকিলেও তেওঁৰ মন্ত্ৰীৰ ভাল-বেয়া কাম-বিলাক তেওঁ চিনি পায় আৰু যিটো শুধৰাব লাগে সেইটো শুধৰাই দিয়ে আৰু যিটোৰ কাৰণে ব'টা দিব লাগে তাৰ কাৰণে ব'টা দিয়ে। মন্ত্ৰীয়ে তেওঁক ঠগাৰ কথা ভাবিবই নোৱাৰে আৰু সেই কাৰণে সদায় তেওঁৰ ওচৰত সাধু হৈ থাকে।

ৰজাই মন্ত্ৰীক চিনি পাবলৈ এটা উপায় আছে—অব্যৰ্থ উপায়। যেতিয়া আপুনি দেখিব যে মন্ত্ৰীজনে আপোনাৰ কথা ভবাতকৈ তেওঁৰ নিজৰ কথা বেছি ভাবিছে, তেনে এজন মন্ত্ৰী কেতিয়াও ভাল হ'ব নোৱাৰে আৰু তেওঁক আপুনি বিশ্বাস কৰিবও নোৱাৰে; কাৰণ যিজনৰ হাতত লোকৰ

ৰাজ্য এখন থাকে তেওঁ কেতিয়াও নিজৰ কথা নাভাবি সদায় ভাবিব লাগে ৰজাজনৰ কথা আৰু ৰজাৰ লগত সম্বন্ধ থকা কথাৰ বাহিৰে অইন কথালৈ কাণ দিব নালাগে। আনপিনে, ৰজাই মন্ত্ৰীৰ ৰাজভক্তি অটুট ৰাখিবলৈ মন্ত্ৰীৰ কথা ভবা উচিত; তেওঁক সন্মান কৰিব লাগে, ধনসোণ দিব লাগে, তেওঁৰ প্ৰতি দয়াশীল হ'ব লাগে আৰু তেওঁৰ ওপৰত সন্মান আৰু দায়িত্ব ন্যস্ত কৰি এনেকৈ ৰাখিব লাগে যাতে তেওঁৰ ওপৰত ন্যস্ত হোৱা উচ্চ সন্মান, ধনসোণ আৰু পদবী পাই তেওঁ অন্য সন্মান, ধনসোণলৈ আশা নকৰা হ'য় আৰু তেওঁ যি দায়িত্বশীল পদত অধিষ্ঠিত হৈ আছে, তাৰ পৰিবৰ্ত্তন বিচাৰিবলৈ তেওঁ শঙ্কা কৰে। যেতিয়া ৰজা আৰু মন্ত্ৰী এনেকুৱা সম্বন্ধত বান্ধ খাই থাকে, তেতিয়া এজনে সিজনৰ ওপৰত আস্থা স্থাপন কৰিব পাৰে; সেয়ে নহলে, তাৰ ফল হয় ইজনৰ নহয় সিজনৰ অনিষ্টৰ কাৰণ।

## ২৩

# তোষামোদকাৰীক কেনেকৈ এৰি চলিব লাগে

আৰু এটা বিষয় মই নোকোৱাকৈ এৰিব নোৱাৰোঁ। এটা ভুলৰ কথা মই উল্লেখ কৰিব খুজিছোঁ যি ভুলটো, ৰজা যদি বুদ্ধিমান নহয়, বা তেওঁৰ বাছনিবিলাক ঠিক নহয়, তেন্তে তেনে ৰজাই অতি কষ্টেৰেহে শুধৰাব পাৰে। সেইটো হৈছে তোষামোদকাৰীৰ সম্পৰ্কে। ৰাজসভাত এই তোষামোদকাৰীসকল ভৰি থাকে। মানুহে নিজৰ কথা বা কাম-বিলাকত নিজে আনন্দ পায়, সেই কাৰণে নিজকে এইবুলি প্ৰতাৰণা কৰে যে, তেওঁলোকে কোনোমতেহে এই তোষামোদৰপৰা ৰক্ষা পৰিব পাৰে; আৰু তাৰপৰা ৰক্ষা পৰিবলৈ যাওঁতে লোকৰ তাচ্ছিল্যৰ পাত্ৰ হোৱাৰ আশংকাও তেওঁলোকৰ আহি পৰে। তোষামোদৰপৰা নিজকে ৰক্ষা কৰাৰ এটা মাত্ৰ উপায় আছে, সেইটো হৈছে আপুনি জানিবলৈ দিয়ক যে আপোনাৰ বিষয়ে সচাঁ কথা কৈ দিলে আপুনি কেতিয়াও অসন্তুষ্ট নহয়; পিছে এটা কথা—সকলোৱে যেতিয়া আপোনাৰ আগত সচাঁ কথা কৈ দিব পৰা হয়, তেতিয়া আকৌ আপোনাৰ সম্মান নথকা হয়। জ্ঞানী ৰজা এজনে সেই কাৰণে এটা তৃতীয় পন্থা অৱলম্বন কৰে—তেওঁ ৰাজসভাৰ কাৰণে জ্ঞানী মানুহ কিছুমান বাছি লয় আৰু কেৱল তেওঁলোককহে তেওঁৰ আগত সঁচা কথা কৈ দিবৰ কাৰণে সম্পূৰ্ণ স্বাধীনতা দিয়ে, কিন্তু তাকো তেওঁ নিজে তেওঁলোকক যিবিলাক কথা সোধে, সেইবিলাকৰ বিষয়েহে, অন্যৰ বিষয়ে নহয়; কিন্তু ৰজাই তেওঁলোকক সকলো কথাৰ বিষয় সুধিব লাগে, তেওঁলোকৰ মতামত শুনিব লাগে আৰু পিছত নিজৰ মতেৰে সেই বিষয়ে ভাবি-চিন্তি চাব লাগে আৰু ৰাজসভাত আৰু সেই প্ৰত্যেক মানুহৰ লগতে এনেভাৱে ব্যৱহাৰ কৰিব লাগে যাতে প্ৰত্যেকজন মানুহেই ভাবে যে যিমানেই খোলাভাৱে তেওঁ কথা-বতৰা ক'ব, সিমানেই ৰজাই তেওঁক গ্ৰহণ কৰিব। ইয়াৰ বাহিৰে কাৰো কথা ৰজাই শুনিব নালাগে, একোটা কথা নিজে নিজে চিন্তা কৰি চাব লাগে আৰু দৃঢ়ভাৱে সিদ্ধান্ত গ্ৰহণ কৰিব লাগে। ইয়াৰ অন্যথা যি কৰে, হয় তেওঁ তোষামোদৰ প্ৰভাৱত পৰি হঠাৎ একোটা নকৰিবলগীয়া কাম কৰি পেলায়, নহয় নানান মতৰ প্ৰভাৱত পৰি নিজৰ মতামতকে সলাই পেলায়। ফলত, তেওঁক কোনেও মান নকৰা হয়।

মই এটা সাম্প্ৰতিক কালৰ উদাহৰণ দিম। বৰ্ত্তমান সম্ৰাট মেক্সিমিলিয়া-নৰ অনুগামী লুকাই সম্ৰাটৰ বিষয়ে কওঁতে কৈছিল যে তেওঁ কেতিয়াও কাৰো উপদেশ লৈ চলা নাই, তথাপি তেওঁ বোলে কেতিয়াও নিজ ইচ্ছা-মতে কাম কৰা নাই; ওপৰত কোৱাটোৰপৰা বেলেগ উপায় নোহোৱাৰ কাৰণেই এনেকুৱা হ'ল। সম্ৰাটজন বৰ গুপুতে থকা মানুহ। তেওঁৰ মনেপতা আঁচনিবিলাক কাৰো আগত তেওঁ ব্যক্ত নকৰে বা কাৰো উপদেশো গ্ৰহণ নকৰে, কিন্তু সেই আঁচনিবিলাক কামত পৰিণত কৰোঁতে মানুহে যেতিয়া জানিবলৈ ধৰে, তেতিয়া তেওঁৰ পাৰিষদসকলে সেই আঁচনিবিলাকৰ বিৰোধিতা কৰে। ফলত, তেওঁ সহজে তেওঁৰ উদ্দেশ্যৰ পৰা আঁতৰি যাব লগাত পৰে। গতিকে গৈ গৈ এইটোত পৰেগৈ যে, তেওঁ এদিন যিটো পাতে, আনদিনা আকৌ তাকে ভাঙে। তেওঁ কি কৰিবলৈ ওলাইছে বা ইচ্ছা কৰিছে, কোনেও ধৰিব নোৱাৰে আৰু তেওঁৰ কথা-বতৰাতো কোনেও একো আস্থা নাৰাখে।

ৰজাই সেই কাৰণে দিহা লব লাগে যেতিয়া তেওঁ নিজে লবলৈ ইচ্ছা কৰে, যেতিয়া আনে ইচ্ছা কৰে তেতিয়া নহয়। আনফালে, তেওঁ নোখোজাকৈ কেনোবাই উপদেশ দিবলৈ আগ বাঢ়িলে তাক সমুলি প্ৰশ্ৰয় দিব নালাগে। কিন্তু তেওঁ দৰ্কাৰ হলে হেজাৰ প্ৰশ্নও সুধিব আৰু তেওঁ যিবিলাক বিষয়ে প্ৰশ্ন কৰিব সেইবিলাকৰ বিষয়ে কোৱা সত্যবিলাক শুনিও আমনি পাব নালাগিব। দৰাচলতে, কোনোবাই যদি সত্য কথা কোৱাত সংকোচ বোধ কৰে, তেন্তে তেওঁ খংহে কৰা উচিত। কিছুমানে ভাবে যে, ৰজাক মানুহে জ্ঞানী বুলি বিবেচনা কৰাৰ গুৰিত ৰজাৰ নিজৰ স্বভাৱ চৰিত্ৰ নহয়, তেওঁৰ চৌপাশে থকা পাৰিষদবৰ্গহে। কিন্তু তেনেকৈ ভাবি তেওঁলোকে ঠগহে খায়। এটা অব্যৰ্থ নিয়ম হৈছে কি—যিজন ৰজা নিজে জ্ঞানী নহয়, তেওঁ কাৰোপৰা সদুপদেশ নলয়। মাত্ৰ এটা ক্ষেত্ৰত হ'ব পাৰে—যদি কেনেবাকৈ ৰজাই এনে এজন মানুহৰ হাতত নিজৰ সকলোখিনি নিজত্ব এৰি দিয়ে আৰু যদি সেই মানুহজন জ্ঞানী মানুহ হয়। এই ক্ষেত্ৰত, ৰজাজন সুশাসনৰ তলত থাকিব পাৰে, কিন্তু সেই সুশাসন বেছিদিন নিটিকে, কাৰণ সেই শাসকে অতি কম সময়ৰ ভিতৰতে তেওঁক সেই ৰাজ্যৰপৰা বঞ্চিত কৰিব; কিন্তু বহুতৰ পৰমৰ্শ লবলৈ গলে, নিজৰ বেছি বুদ্ধি নথকা ৰজাই সৰ্ব্বসম্মত উপদেশ নাপায় বা নিজেও তেনে এটা বিভিন্ন মতৰ মাজত ঐক্য সাধন কৰিব নোৱাৰে। উপদেষ্টাসকলে সকলোৱে নিজৰ নিজৰ স্বাৰ্থৰ কথা চিন্তা কৰে, আৰু তেওঁলোকে ৰজাক শুদ্ধ কৰিব বা বুজিবও নোৱাৰে। ইয়াৰ অন্যথাও হব নোৱাৰে,

কাৰণ, বাধ্যত পৰি সত্যত থাকিবলগীয়া নহলে, মানুহে সদায় আপোনাৰ ওচৰত মিছাতে থাকিব। সেই কাৰণে আমাৰ নিশ্চিত সিদ্ধান্ত এইটোৱে হ'লগৈ যে, সৎপৰামৰ্শ যাৰপৰাই নহওক ৰজাৰ সুবুদ্ধিৰ পৰাহে আহে, ৰজাৰ সুবুদ্ধি সৎপৰামৰ্শৰ পৰা নাহে।

২৪

## ইটালিৰ ৰজাসকলে কিয় ৰাজ্য হেৰুৱালে

আগতে কৈ অহা কথাবিলাক সুবিচাৰেৰে পালন কৰি চলিলে নতুন ৰজা এজনকে পুৰণি যেন লাগিব, ৰাজ্যত তেওঁ পুৰণি এজন ৰজাতকৈ বেছি নিৰাপদ আৰু বেছি দৃঢ়ভাৱে প্ৰতিষ্ঠিত হ'ব পাৰিব। কাৰণ উত্ত-ৰাধিকাৰীসূত্ৰে হোৱা ৰজা এজনতকৈ নতুনকৈ হোৱা ৰজা এজনৰ কাম-বিলাক বেছি লক্ষ্য কৰা হয় আৰু এনেকৈ লক্ষ্য কৰি মানুহে যেতিয়া এই কামবোৰ সুনীতিপূৰ্ণ দেখিব, তেতিয়া মানুহৰ ওপৰত তেওঁৰ প্ৰভাৱ সৰহ হয় আৰু পুৰণি পৰিয়ালৰ ৰজাতকৈ তেওঁৰ ওচৰত মানুহ বেছি বান্ধ খাই পৰে। কাৰণ, মানুহক অতীততকৈ বৰ্ত্তমানে বেছি চমক লগায় আৰু মানুহে যেতিয়া বৰ্ত্তমানতে সুখে-স্বচ্ছন্দে থাকিবলৈ পায়, তেতিয়া তাকে উপভোগ কৰে, তাৰ বাহিৰে একো নিবিচাৰে; সিপিনে, ৰজা যেতিয়ালৈকে আনবিলাক বিষয়ত অনুপযুক্ত নহয় তেতিয়ালৈকে মানুহে যিমানদূৰ পাৰে তেওঁক ৰক্ষা কৰে। এনেকৈয়ে তেওঁ দুয়োফালে গৌৰৱ আৰ্জ্জন কৰিব—এফালে এখন নতুন ৰাজ্য স্থাপন কৰাৰ গৌৰৱ আৰু আন-ফাল ৰাজ্যখন অলঙ্কৃত কৰা আৰু সু-আইন, সুসৈন্য, সুবন্ধু আৰু সু-উদাহৰণেৰে সংৰক্ষিত কৰাৰ গৌৰৱ; আন এজনে হয়তো তেনেকৈ দুয়োফালে লাজ পাবলগীয়া হয়—ৰজা হৈ জন্ম গ্ৰহণো কৰিলে, কিন্তু নিজৰ সুবুদ্ধিৰ অভাৱত সিংহাসনো হেৰুৱালে।

আমাৰ দিনত ইটালিত নেপ্‌লছৰ ৰজা, মিলানৰ ডিউক আদি যিসকল ৰজাই ৰাজ্য হেৰুৱাইছে তেওঁলোকৰ বিষয়ে আলোচনা কৰিলে প্ৰথমতে এটা সাধাৰণ দোষ চকুত পৰে—সেইটো হৈছে তেওঁলোকৰ সৈন্যবাহিনী। সৈন্যবাহিনী বেয়া হোৱাৰ পৰিণাম কি আগতে আলোচনা কৰা হৈছে। কিছুমানৰ ক্ষেত্ৰত দেখা যায়—হয় তেওঁলোকৰ প্ৰজা তেওঁলোকৰ প্ৰতিকূলে আছিল, নহলেবা ডাঙৰীয়াসকলৰ ওপৰত তেওঁলোকে সম্পূৰ্ণ আস্থা স্থাপন কৰিব পৰা নাছিল, কাৰণ এই দোষবিলাক নহলে সৈন্যবাহিনী যুদ্ধক্ষেত্ৰত ৰখাৰ যথেষ্ট শক্তি থকা ৰাজ্য এখন কেতিয়াও ৰজাৰপৰা কোনেও কাঢ়ি নিব নোৱাৰে। মেচিডনৰ ফিলিপক (মহাবীৰ আলেক্-জেণ্ডাৰৰ পিতাক ফিলিপৰ কথা কোৱা নাই, যিজন ফিলিপক টাইটাছ্ কুইণ্টিনিয়াছে ঘটুৱাইছিল—তেওঁৰ কথা কৈছোঁ,) পৰাজয় কৰা ৰোম আৰু

গ্ৰীচৰ তুলনাত তেওঁৰ ৰাজ্য ইমান ডাঙৰ নাছিল স'চা, কিন্তু সামৰিক লোক আছিল কাৰণে, আৰু প্ৰজাৰ অনুগ্ৰহ কেনেকৈ আদায় কৰিব লাগে আৰু ডাঙৰীয়াসকলক কেনেকৈ সদায় হাতত ৰাখিব লাগে তাক জানিছিল কাৰণে তেওঁ তেওঁৰ বিপক্ষে চলি থকা যুদ্ধত বহু বছৰ ধৰি তিষ্ঠি থাকিব পাৰিছিল; আৰু অৱশেষত যদিও দুই এখন নগৰৰ ওপৰত তেওঁৰ শক্তি ৰজাব নোৱাৰিছিল, তথাপি তেওঁ ৰাজ্য ৰক্ষা কৰিব পাৰিছিল।

সেইদেখি আমাৰ যিসকল ৰজাই বহু বছৰ ধৰি তেওঁলোকৰ ৰাজ্য ৰক্ষা কৰি চলিব পাৰিছিল তেওঁলোকে পিছত ৰাজ্য হেৰুওৱাৰ কাৰণে ভাগ্যক দুষিলে নচলিব। তেওঁলোকে বৰং দুষিব লাগিব নিজৰ অসাবধানতাকহে। কাৰণ শান্তিপূৰ্ণ অৱস্থাত তেওঁলোকে কেতিয়াবা সেই অৱস্থাৰ সলনি হব পাৰে বুলি কেতিয়াও নাভাবে (ভাল বতৰত ধুমুহাৰ কথা নভবাটো প্ৰায় সকলো মানুহৰ গাতে থাটে) আৰু যেতিয়া বিপদ আহে তেতিয়া তেওঁলোকে তাৰ বিপক্ষে যুজি নিজকে ৰক্ষা কৰাৰ কথা নাভাবি পলোৱাৰ কথাহে চিন্তা কৰে; আৰু আশা কৰে যে প্ৰজাবিলাকে সেই নতুন বিজয়ীৰ উদ্ধতালিত অতিষ্ঠ হৈ আকৌ তেওঁলোককে মাতি আনিব। অইন উপায় একো নাথাকিলে এই পন্থা লোৱাটো ভাল; কিন্তু অইন উপায় থাকিলে সেইবিলাকৰ প্ৰতি আওকান কৰি সেই পন্থা লোৱাটো অতি বেয়া কথা। কাৰণ, কোনেও এইবুলি খালত নপৰে যে পিছত কোনোবাই তেওঁক খালৰপৰা তুলি দিব। আপোনাৰ ক্ষেত্ৰত সেইটো ঘটিবও পাৰে, নঘটিবও পাৰে, আৰু যদি ঘটেও, তাৰপৰা আপোনাৰ নিৰাপত্তাৰ পথ নোলায় কিয়নো আপুনি নিজকে সহায় কৰিব পৰা নাই, কিন্তু কাপুৰুষৰদৰে লোকৰপৰাহে সহায় ললে। প্ৰতিৰক্ষাৰ যি পন্থা সম্পূৰ্ণ আপোনাৰ ওপৰত আৰু আপোনাৰ নিজ কাৰ্য্যদক্ষতাৰ ওপৰত নিৰ্ভৰ কৰে, সেই পন্থাহে উত্তম, নিশ্চিত আৰু দীৰ্ঘকালস্থায়ী।

## ২৫

# মানুহৰ ক্ষেত্ৰত ভাগ্যই কিমানদূৰ প্ৰভাৱ বিস্তাৰ কৰে আৰু কেনেকৈ তাক প্ৰতিৰোধ কৰিব পাৰি

ভাগ্য আৰু ঈশ্বৰে জাগতিক ঘটনাসমূহ নিয়ন্ত্ৰণ কৰে আৰু মানুহে নিজৰ বুদ্ধিৰে তাৰ পৰিবৰ্ত্তন সাধন কৰিব নোৱাৰে। আনফালে, তাৰ প্ৰতিকাৰো একো নাই। গতিকে তাৰ কাৰণে বেছি পুৰুষাৰ্থ কৰি লাভ নাই। যি হয় হ'ব বুলি এৰি দিয়াই ভাল, এনেদৰে কিমান মানুহে যে ভাবে মই নজনা নহওঁ। মানুহে নভবা নিচিন্তা কত পৰিবৰ্ত্তন যে চকুৰ আগতে হৈ গ'ল আৰু দৈনিক হবই লাগিছে, তাৰপৰাই আজিকালি সেই-দৰে ভবা মানুহৰ সংখ্যা বেছি। এই ঘটনাবিলাকৰ কথা ভাবিলে কেতিয়াবা মোৰো তেনে ধৰণৰ মত পোষণ কৰিবৰ ইচ্ছা হয়। তথাপি, যাতে আমাৰ ইচ্ছাশক্তিৰ স্বাধীনতা একেবাৰেই খৰ্ব্ব নহয়, তাৰ কাৰণে মই ভাবোঁ যে, আমাৰ কামবিলাকৰ আধাখিনি নিয়ন্ত্ৰণ কৰে ভাগ্যই; কিন্তু বাকী আধা-খিনি বা তেনে কোনো এটা অংশৰ নিয়ন্ত্ৰণ ভাগ্যই আমাৰ হাততে এৰি দিয়ে। মই হ'লে ভাগ্যক তুলনা কৰিম এখন বলিয়া নদীৰ লগত—যি নদীয়ে উদণ্ড হৈ উপত্যকাবিলাক ওপচাই পেলায়, গছ-বন, ঘৰ-দুৱাৰ ভাঙি মোহাৰি পেলায়, এফালৰ মাটি নি আনফালে জাপে; সকলো তাৰ সমুখৰপৰা পলায়; যি কোনো বস্তুৱে তাৰ ক্ৰোধৰ ওচৰত নিজকে আত্ম-সমৰ্পন কৰে, কাৰো তাক বাধা দিবৰ ক্ষমতা নাই; কিন্তু যেতিয়া ই শান্ত হৈ থাকে, তেতিয়া মানুহে বান্ধ, মথাউৰি সাজি সেইবোৰ উৎপাত নহবৰ কাৰণে ব্যৱস্থা অৱলম্বন কৰিব পাৰে, যাতে নদী যেতিয়া বাঢ়ে তেতিয়া হয় তাৰ পানীখিনি এটা খালৰ ভিতৰেদি বৈ যাব, নহয় তাৰ বল ইমান দুৰ্দ্দান্ত আৰু বিপজ্জনক হৈ উঠিব নোৱাৰিব। ভাগ্যৰ ক্ষেত্ৰতো সেই একে কথাই খাটে। য'ত দেখে যে তাক বাধা দিবৰ কাৰণে কোনো ব্যৱস্থা লোৱা হোৱা নাই, তাত ভাগ্যই নিজৰ ক্ষমতা প্ৰদৰ্শন কৰে আৰু য'ত কোনো বান্ধ বা প্ৰতিবন্ধক দিয়া হোৱা নাই তাতে তাৰ ক্ৰোধ পুৰামাত্ৰাই প্ৰকাশিত হয়। এই পৰিবৰ্ত্তনবিলাকৰ থলি আৰু উৎপত্তিৰ কাৰণ ইটালিৰ ফালে যদি চোৱা যায় তেন্তে দেখা যাব যে ইটালি কোনো মথাউৰি বা বান্ধ নোহোৱা দেশ। জাৰ্ম্মানি, স্পেইন আৰু ফ্ৰান্সৰ দৰে ইটালিক যথাযথভাৱে সুৰক্ষিত কৰি ৰাখিব পৰা হ'লে, যি প্লাৱনৰ ফলত ইমানবোৰ পৰিবৰ্ত্তন

সংঘটিত হ'ল সেই প্লাবনো নহলহেতেন আৰু সেই পৰিবৰ্ত্তনসমূহো ঘটিবলৈ নাপালেহেতেন।

সাধাৰণভাৱে, ভাগ্যৰ বিৰোধিতা কৰা বিষয়ে এইখিনি আলোচনাই যথেষ্ট হ'ব লাগে। কিন্তু কিছুমান বিশেষ ক্ষেত্ৰত আৱদ্ধ থাকি ক'ব লাগিলে মই দেখুৱাই দিব খোজোঁ—যে কিছুমান ক্ষেত্ৰত একোজন ৰজা, তেওঁৰ প্ৰকৃতি বা আন একোৰে সলনি নোহোৱাকৈ, আজি অতি ভাগ্যবান আকৌ কালিলৈ একেবাৰেই ধ্বংসৰ মুখত পৰা দেখা যায়। মোৰ বিশ্বাস, আমি আগতে বিশদভাৱে আলোচনা কৰি অহাবিলাকেই ইয়াৰ কাৰণ; অৰ্থাৎ যি ৰজাই ভাগ্যৰ ওপৰতে সম্পূৰ্ণ নিৰ্ভৰ কৰে, তেওঁ ভাগ্যপৰিবৰ্ত্তনৰ লগে লগেই ধ্বংসৰ মুখত পৰে। মই এইটোও ভাবোঁ যে, যাৰ কাৰ্য্যপন্থা সময়ৰ চাহিদাৰ লগত খাপ নোখোৱা তেৱেঁই দুৰ্ভগীয়া। কাৰণ, দেখা যায় যে, মানুহে সকলোৰে লক্ষ্য বস্তু গৌৰৱ আৰু ধনসম্পত্তিৰ কাৰণে বেলেগ বেলেগ পন্থা অৱলম্বন কৰে; এজনে হয়তো চাৰিওপিনে চাই-চিতি আগ বাঢ়ে, আন এজনে আকৌ হুৰমুৰকৈ আগ বাঢ়ে, এজন আগ বাঢ়ে হিংসাৰে, আন-জনে চতুৰালিৰে, এজনে ধৈৰ্য্যেৰে, আনজনে তাৰ বিপৰীত গুণেৰে আগ বাঢ়ে। আৰু প্ৰত্যেকে বেলেগ বেলেগ পন্থাৰেই হয়তো নিজৰ লক্ষ্যস্থলত উপনীত হব পাৰে। সতৰ্কভাবে চলাফুৰা কৰা দুজন মানুহৰ ভিতৰত হয়তো দেখা যাব—এজন তেওঁৰ পৰিকল্পনা কাৰ্য্যত পৰিণত কৰাত সাফল্য-মণ্ডিত হৈছে, আনজন হয়তো হোৱা নাই; তেনেকৈয়ে দুজন মানুহ হয়তো সমানে বেলেগ বেলেগ উপায়েৰে চলি সাফল্যমণ্ডিত হোৱা দেখা যায়, তাৰে এজন হয়তো যথেষ্ট সতৰ্কভাৱে চলা মানুহ আৰু আনজন অতি উদণ্ড। এনে হবলৈ পায় সময়ৰ স্বৰূপটোৰ কাৰণে; তেওঁলোকৰ কাৰ্য্যপন্থাৰ কাৰণে সময়টো উপযোগী হৈছেনে নাই তাৰ ওপৰত নিৰ্ভৰ কৰে। তাৰ পৰিণাম মই কৈ অহাৰ দৰে এইটোৱে হয়গৈ যে, বেলেগ বেলেগ কাৰ্য্যপন্থাৰে চলা দুজন মানুহে একে ফলকে পায় আৰু একে পন্থাৰে কাম কৰা দুজন মানুহৰো এজনে তেওঁৰ লক্ষ্যস্থলত উপনীত হবগৈ পাৰে আনজনে নোৱাৰে। সৌভাগ্যৰ পৰিবৰ্ত্তনো ইয়াৰ ওপৰতে নিৰ্ভৰ কৰে, কাৰণ সময় আৰু পৰিস্থিতি যদি অনুকূলে থাকে, তেন্তে সতৰ্কতা আৰু বুদ্ধিৰে কাম কৰা মানুহ এজন কৃতকাৰ্য্য হ'ব পাৰে। কিন্তু যদি সময় আৰু পৰিস্থিতি সলনি হৈ যায় তেন্তে তেওঁ ধ্বংসৰ মুখত পতিত হ'য়, কাৰণ তেওঁ কাৰ্য্যপন্থাৰ ধৰণ সলনি নকৰে। সময় আৰু পৰিস্থিতিৰ লগত খাপ খুৱাই চলিব পৰা ইমান সুবিবেচক মানুহ নাই, কাৰণ নিজৰ স্বভাৱে যেনেকুৱা কৰি তোলে, সাধাৰণতে মানুহে তাতকৈ

বেলেগ কিবা এটা হব নোৱাৰে। নহলেবা, সদায় একে বাটেদি চলি চলি, সেই বাটটো এৰিবৰ কাৰণে নিজকে মান্তি কৰাব নোৱাৰে; আৰু সেই কাৰণে, যেতিয়া হঠাৎ কিবা এটা কৰিবলগীয়া হয়, তেতিয়া সতৰ্কতা অৱলম্বন কৰি চলাজনে সেই কাম কৰিব নাজানে আৰু ফলত ধ্বংসৰ মুখত পৰে। কাৰণ সময় আৰু পৰিস্থিতিৰ লগত নিজৰ স্বভাৱৰ সলনি কৰিব পাৰিলে, সৌভাগ্যৰ কেতিয়াও পৰিবৰ্ত্তন নহয়।

পোপ দ্বিতীয় জুলিয়াছে যিহকে কৰিছিল তাকে উদণ্ডভাৱে কৰিছিল আৰু তেওঁ সময় আৰু পৰিস্থিতি তেওঁৰ কাৰ্য্যপন্থাৰ লগত ইমান খাপ খোৱাকৈ পাইছিল যে, তেওঁ সদায় ভাল ফলকে পাইছিল। মেছাৰ জিয়োভান্নি বেণ্টিভগ্লিৰ জীৱনকালতে বোলোনাৰ বিৰুদ্ধে তেওঁৰ প্ৰথম যুদ্ধখনৰ কথাই ভাবকচোন। ভেনিছীয়বিলাকে কথাটো ভাল পোৱা নাছিল, স্পেইনৰ ৰজায়ো ভাল পোৱা নাছিল; ফ্ৰান্সে এই অভিযানটোৰ বিষয়ে ৰজাৰ লগত আলোচনা চলাইছিল। তথাপি তেওঁৰ উদণ্ড আৰু ভয়ানক স্বভাৱৰ কাৰণে, তেওঁ নিজে সেই অভিযানত যোগ দিছিল। এই অভিযানটোৱে স্পেনীয় আৰু ভেনিছীয়বিলাকক থমকি ৰবলৈ আৰু ঠেৰোগেৰো কৰিবলৈ বাধ্য কৰিছিল। ভেনিছীয়বিলাকে থমক খাইছিল ভয়ত কিন্তু স্পেনীয়সকলৰ উদ্দেশ্য আছিল সম্পূৰ্ণ নেপ্‌লছ ৰাজ্য পুনৰুদ্ধাৰ কৰা। আনপিনে, তেওঁৰ লগত ফ্ৰান্সৰ ৰজাকো কামত লগাইছিল, কাৰণ তেওঁক এই অভিযানত আগ বঢ়া দেখি আৰু ভেনিছীয়বিলাকক বশীভূত কৰিবৰ কাৰণে তেওঁৰ বন্ধুত্ব আকাংক্ষা কৰি ৰজাজনে ভাবিছিল যে, তেওঁক সৈন্য দি সহায় নকৰিলে দেখ্‌দেখ্‌কৈয়ে এটা অপকাৰ হব। এনেকৈয়ে জুলিয়াছে হুৰমুৰকৈ কাম কৰি যিখিনি কৃতকাৰ্য্যতা লাভ কৰিলে সেইখিনি কোনো পোপে মানবীয় জ্ঞান বুদ্ধিৰে কৰিব নোৱাৰিলেহেতেন। কাৰণ অইন এজন পোপে কৰিলেহেতেন কি? ৰোম এৰাৰ আগতে সকলো যা-যোগাৰ, সকলো সিদ্ধান্ত হৈ যাবলৈ বৈ থাকিলহেতেন। কিন্তু তেওঁ সেইটো নকৰিলে। আৰু তাকে কৰা হ'লে কামেই নহলহেতেন। তেতিয়া ফ্ৰান্সৰ ৰজাই নানা লেঠা দেখুৱালেহেতেন আৰু অইনবিলাকে নানা ভয় দেখুৱাই তেওঁক উদ্বিগ্ন কৰিলেহেতেন। তেওঁৰ আনবিলাক কামৰ কথা মই এৰিছোঁৱেই। সেইবিলাকো এইধৰণৰে কাম আৰু সেইবিলাকতো তেওঁ কৃতকাৰ্য্য হৈছিল। তেওঁৰ জীৱনকাল আছিল চুটি আৰু এই কালছোৱাৰ ভিতৰত তেওঁ কেতিয়াও হতাশ হ'বলগীয়া হোৱা নাছিল। কালছোৱা যদি দীঘল হ'লহেতেন আৰু পিছত এনে সময় আহিলহেতেন যেতিয়া সাৱধানে চলাটো আৱশ্যকীয় হৈ পৰিব,

তেতিয়া তেওঁ ধ্বংসৰ মুখত পৰিলেহেতেন, কাৰণ যিটো পথেদি স্বভাৱ-সিদ্ধভাবে তেওঁ সদায় চলি আহিছে, তাৰ পৰিবৰ্ত্তন কেতিয়াও কৰিব নোৱাৰিলেহেতেন।

সেইকাৰণে মোৰ সিদ্ধান্ত হ'ল, ভাগ্য যদি পৰিবৰ্ত্তিত হৈ থাকে আৰু মানুহে নিজ পথৰপৰা লৰচৰ নকৰে, তেন্তে যেতিয়ালৈকে সেই পথ পাৰিস্থিতিৰ লগত খাপ খোৱা হয়, তেতিয়ালৈকে মানুহে কৃতকাৰ্য্যতা আৰ্জ্জন কৰিব পাৰে, কিন্তু সেই পথ যেতিয়া পৰিস্থিতিৰ প্ৰতিকূল হয়, তেতিয়া মানুহ হতাশ হ'বলগীয়াত পৰে। মোৰ এইটো নিশ্চিত ধাৰণা যে, সতৰ্ক হৈ চলাতকৈ হুৰমুৰকৈ চলাহে ভাল, কাৰণ ভাগ্য এগৰাকী নাৰী, আৰু তেওঁৰ ওপৰত যদি প্ৰভুত্ব খটুৱাবলগা হয়, তেন্তে বলেৰে সেই কাম কৰিব লাগে; আৰু দেখা যায় যে যিসকল সাহসী তেওঁলোকৰ ওচৰত হে ভাগ্যই নিজকে ধৰা দিয়ে, যিসকলে ভাবি-চিন্তি, লাহে-ধীৰে আগ বাঢ়ে তেওঁলোকৰ ওচৰত নহয়। আৰু সেই কাৰণেই নাৰীৰ দৰে, সদায় তেওঁ ডেকাৰ লগত বন্ধুত্ব কৰি ভাল পায়, কাৰণ তেওঁলোক কম সতৰ্ক—বেছি ভয়ানক আৰু বেছি সাহসেৰে তেওঁৰ ওপৰত প্ৰভুত্ব খটুৱাব পাৰে।

২৬

## বৰ্ব্বৰবিলাকৰ হাতৰ পৰা ইটালিক মুক্ত কৰিবলৈ সনিৰ্ব্বন্ধ অনুৰোধ

ইমানখিনি আলোচনা কৰা হ'ল। এতিয়া ইটালিৰ ৰাজপাটত এজন নতুন ৰজা বহুৱাবৰ সময় পৰিছেহি নে নাই তাকো ভাবিছোঁ। ইটালিৰ বৰ্ত্তমান পৰিস্থিতিত নিজৰ সম্মান অটুট ৰাখিব পৰা আৰু সৰ্ব্বসাধাৰণ প্ৰজাৰো হিতসাধন কৰিব পৰা তেনে কিবা এটা নতুন ব্যৱস্থা প্ৰৱৰ্ত্তাবলৈ সমৰ্থ এজন জ্ঞানী আৰু কাৰ্য্যক্ষম লোকৰ কিবা সুবিধা আহিছে নে কি ভাবি চাইছোঁ, আৰু চিন্তা কৰি দেখিছোঁ যে নতুন ৰজা এজনৰ অনুকূলে যোৱা ইমানবোৰ কথা আছে যে, তাৰ কাৰণে ইয়াতকৈ আৰু উপযুক্ত ক্ষণ নাই। আৰু মই কৈ অহাৰ দৰে যদি মোজেজৰ ক্ষমতা দেখুৱাবৰ কাৰণে ইজ-ৰাইলৰ মানুহ ইজিপ্তত দাস হৈ থকাৰ প্ৰয়োজন আছিল, যদি চাইৰাছৰ মহত্ব আৰু সাহস প্ৰদৰ্শনৰ সুবিধা দিবৰ কাৰণে পাৰশ্যবাসীসকলক মীড-বিলাকে অত্যাচাৰ কৰাৰ প্ৰয়োজন হৈছিল, যদি থিচিউছৰ আধিপত্য দেখুৱাবলৈকে এথিনীয়সকল ছেদেলি-ভেদেলি হৈ পৰিছিল, তেনে বৰ্ত্তমান সময়তো এজন স্বদেশী প্ৰতিভাশালী লোকৰ বিচক্ষণতাৰ প্ৰকাশ পাবৰ কাৰণে ইটালি বৰ্ত্তমান অৱস্থা প্ৰাপ্ত হোৱাৰ আৱশ্যক হৈছে আৰু সেই কাৰণেই কিজানি ইটালিক আজি হিব্ৰুসকলতকৈ বেছিকৈ দাসত্ব-শৃঙ্খলে মেৰিয়াই ধৰিছে, পাৰশীয়সকলতকৈ বেছি অত্যাচাৰ কৰা হৈছে; ইটালি আজি এথিনীয়বিলাকতকৈ বেছি ছেদেলি-ভেদেলি অৱস্থাত পৰিছে। সেইদেখিয়ে কিজানি ইটালি আজি কোনো মুৰব্বী নোহোৱা, শৃংখলা নোহোৱা, পৰাজিত, লুণ্ঠিত, বিদীৰ্ণ, পদদলিত আৰু সকলোৰকমে ধ্বংসপথৰ যাত্ৰী হৈ পৰিছে।

যদিও ইয়াৰ আগতে এটা আশাৰ ৰেঙনি দেখা গৈছিল যে কোনো লোকক ইটালি উদ্ধাৰৰ হেতু ভগবানে নিযুক্তি দিব, তথাপি সেইজনৰ কৰ্ম্ম জীৱনৰ শীৰ্ষতম অৱস্থাত নিয়তিয়ে তেওঁক স্থানচ্যুত কৰি পেলালে। ফলত, এতিয়া প্ৰায় প্ৰাণহীন অৱস্থাত ইটালিয়ে অপেক্ষা কৰি আছে এজনৰ কাৰণে যি তেওঁৰ গাৰ আঘাতবিলাকৰ উপশম কৰিব পাৰিব, লম্বাৰ্ডিত চলি থকা লুটপাত, নেপ্‌লছ ৰাজ্যত আৰু টাচ্‌কেনিত চলি থকা ডকাইতিৰ অন্ত পেলাব পাৰিব তাৰু বহুদিনৰপৰা ডেই পুৰি থকা

ইটালিৰ দেহৰ ঘাবিলাক শুকুৱাব পাৰিব। চাওক, ইটালিয়ে কেনেকৈ আজি এই বৰ্ব্বৰোচিত নিষ্ঠুৰতা আৰু উদ্ভণ্ডালিৰপৰা নিজকে ৰক্ষা কৰিবৰ কাৰণে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছে। চাওক, ইটালিয়ে আজি যি কোনো পতাকাৰ পিছেপিছে যাবলৈ প্ৰস্তুত—মাত্ৰ লাগে কোনোবা এজন যি সেই পতাকা তুলি ধৰিব। ইটালিয়ে নিৰ্ভৰ কৰিব পৰা লোক এতিয়া আৰু আন নাই—এতিয়া মাত্ৰ সকলো আশা-ভৰশাৰ থল আপোনালোকৰ পৰিয়ালটোৱে।* আপোনালোকৰ ক্ষমতা আছে, ধন-সম্পত্তি আছে, ভগবানৰ আশীৰ্ব্বাদ আছে আপোনালোকৰ ওপৰত, যি গীৰ্জ্জাৰ প্ৰশাসক আপোনালোকৰ পৰিয়ালৰে মানুহ—সেই গীৰ্জ্জাই আপোনালোকক আশীৰ্ব্বাদ কৰিছে—কৰক, আপোনালোকেই আজি এই মুক্তি-আন্দোলনৰ নেতৃত্ব কৰক। মই যিসকলৰ নাম ক'লোঁ সেইসকলৰ নাম সুঁৱৰিলে আপোনালোকে এই কাম কৰিবলৈ একো টান নাপায়। যদিওবা সেই লোকসকল সচৰাচৰ পাবলৈ টান আৰু অতি বিচক্ষণ, তথাপি তেওঁলোক মানুহেই আছিল আৰু প্ৰত্যেকেই এতিয়াতকৈ কম সুবিধা পাইছিল, কাৰণ তেওঁলোকৰ অভিযান বৰ্ত্তমানতকৈ বেছি যুক্তিযুক্ত নাছিল, বেছি সহজো নাছিল, বা ভগবান আপোনালোকৰ যিমান বন্ধু তাতকৈ তেওঁলোকৰ বেছি বন্ধু নাছিল। এয়া অতি ন্যায়পূৰ্ণ উদ্দেশ্য, অতি ন্যায়পূৰ্ণ সংগ্ৰাম। ইয়াত আছে মনৰ প্ৰৱলতম ইচ্ছা, আৰু প্ৰৱল ইচ্ছা য'ত থাকে, প্ৰৱল বাধা-বিঘিনি তাত থাকিব নোৱাৰে, অৱশ্যে যদি মই যিসকলৰ উদাহৰণ দি আহিছোঁ তেওঁলোকে অৱলম্বন কৰা উপায়বিলাকৰ যদিহে সহায় লোৱা হয়। ইয়াৰ বাহিৰেও, নাভূত-নাশ্ৰুত নানা অদ্ভুতধৰণৰ ঘটনা ইয়াত ভগবানে ঘটোৱা দেখিবলৈ পোৱা হৈছে—সাগৰ মুকলি কৰি দিয়া হ'ল, ডাৱৰেও আপোনাক বাট দেখুৱাব পৰা হ'ল, পৰ্ব্বতেও পানী উলিয়াই দিলে, ওপৰৰপৰা মধুৰ 'মান্না' বৰ্ষিত হ'ল আৰু সকলোৱেই আপোনালোকৰ উচ্চ স্থান পোৱাত বৰঙনি যোগালে। বাকীখিনি দায়িত্ব আপোনালোকৰ। নিজৰ স্বাধীন ইচ্ছা-শক্তি আৰু নিজৰ ভাগৰ গৌৰৱৰ অংশখিনিৰপৰা আমাক বঞ্চিত কৰিব নোখোজে কাৰণেই ভগৱানে গোটেইখিনি আমাক কৰি দিব খোজা নাই।

ই একো আচৰিত কথা নহয় যে আপোনালোকৰ গৌৰৱোজ্জ্বল পৰিয়ালৰপৰা আমি যি আশা কৰিছোঁ, উল্লিখিত কোনো ৰজাৰ দ্বাৰাই সিমানখিনি সম্ভৱ হোৱা নাছিল; আৰু ইটালিত হোৱা ইমানবোৰ প্ৰজাবিদ্ৰোহত,

* মেডিচি পৰিয়াল। এওঁলোকৰ এজনকে কিতাপখন উছৰ্গা কৰা হৈছে।

ইমানবোৰ সামৰিক ব্যৱস্থাগ্ৰহণত, সদায় এনেকুৱা লাগে যেন দেশৰপৰা সামৰিক ক্ষমতা লুপ্তই হৈ গ'ল। ইয়াৰ কাৰণ হৈছে প্ৰাচীন কৰ্ম্মকৌশল-বিলাক ভাল নাছিল আৰু নতুন উদ্ভাৱন কৰোঁতাও কোনো ওলোৱা নাছিল। নতুনকৈ উঠা মানুহ এজনে, তেওঁ নিজে নতুনকৈ চলোৱা আইন আৰু পন্থাবিলাকৰপৰা যিমান সম্মান লাভ কৰে, আন একোৰেপৰা সিমান নকৰে। সুপ্ৰতিষ্ঠিত আৰু মাহাত্ম্যপূৰ্ণ হ'লে তাৰপৰা মানুহে সম্মান আৰু প্ৰশংসা আৰ্জ্জন কৰিব পাৰে আৰু ইটালিতো এতিয়া যি কোনো নতুন ধৰণৰ অনুষ্ঠানৰ অৱতাৰণা কৰিবলৈ সুবিধাৰ অভাৱ নাই। গাইগুটীয়া ব্যক্তি একোজনৰ গাত ইয়াত বহুত গুণ পোৱা যাব, নাই মাত্ৰ নেতাসকলৰ গাত। চাওকচোন, দ্বন্দ্বযুদ্ধত (দুজনীয়া মুখামুখি যুজত) আৰু দুইচাৰি-জনীয়া প্ৰতিযোগিতাত ইটালীয়সকল সদায় বল, কৌশল আৰু বুদ্ধিত শ্ৰেষ্ঠ প্ৰতিপন্ন হয়, কিন্তু যেতিয়া সৈন্যবাহিনীৰ কথা ওলায়, তেতিয়া তেওঁলোক নিস্ফল! তাৰ কাৰণ হৈছে নেতাসকলৰ দুৰ্ব্বলতা—কিয়নো যিসকল জনাবুজা তেওঁলোকক অইনে নামানে, আৰু প্ৰত্যেকে নিজকে জনা বুলি ভাবে আৰু এতিয়ালৈকে কোনো এনেকুৱা মানুহো ওলোৱা নাই যি বীৰত্ব আৰু ধন-সম্পত্তিৰ বলেৰে অইনক নতশিৰ কৰাব পাৰিছে। তাৰপৰা এইটোৱে হ'লগৈ যে ইমান দিনৰ ভিতৰত, যোৱা বিশ বছৰৰ ভিতৰত যিমানবিলাক যুদ্ধ-বিগ্ৰহ হৈছে, তাত যেতিয়াই সম্পূৰ্ণ ইটালীয় সৈন্যবাহিনীয়ে যুদ্ধ কৰিছে তেতিয়াই ইটালিৰ পৰাজয় হৈছে। টাৰো, আকৌ আলেক্‌জেন্দ্ৰিয়া, কেপুৱা, জেনোৱা, ভাইলা, বোলোনা আৰু মেষ্ট্ৰিয়ে হৈছে এই উক্তিৰ প্ৰমাণ।

আপোনালোকৰ নামজ্বলা পৰিয়ালে যদি নিজ নিজ দেশৰ মুক্তি-সাধকসকলৰ আৰ্হি লব খোজে, তেন্তে আপোনাৰ সকলো প্ৰচেষ্টাৰ দৃঢ় ভেটিহিচাবে, সকলোতকৈ আগতে আপোনালোকৰ নিজৰ সৈন্যবাহিনী গঠন কৰিব লাগে, কাৰণ, তাতকৈ বেছি অনুগত, বেছি নিষ্ঠাসম্পন্ন আৰু বেছি ভাল যুজাৰু পাব নোৱাৰে। আৰু সৈন্যবাহিনীৰ প্ৰত্যেকে গাই-গুটীয়াভাৱে ভাল হলেও, সিহঁতে যেতিয়া দেখিব যে সিহঁত এতিয়া নিজৰ ৰজাৰ আদেশত চলিবলগীয়া হৈছে, নিজৰ ৰজাই সিহঁতক সম্মান কৰিছে, অনুগ্ৰহ দেখুৱাইছে, তেতিয়া সিহঁত একগোট হৈ, বেছিহে নিপুণ হৈ পৰিব। সেই কাৰণে ৰাজ্যখন ইটালীয় সৈন্যবাহিনীৰ সহায়েৰে বিদেশী আক্ৰমণৰপৰা ৰক্ষা কৰিবৰ হেতু, তেনে সৈন্যবাহিনী গঠন কৰাটো আৱশ্য-কীয় হৈ পৰিছে। যদিও স্পেইনীয় আৰু চুইছ পদাতিক বাহিনী অতি ভয়ানক বুলি ভবা যায়, দৰাচলতে সিহঁতৰো দুৰ্ব্বলতা আছে, আৰু

এটা তৃতীয় প্ৰণালীমতে যুদ্ধ কৰিব পাৰিলে অকল সিহঁতৰ সম্মুখীন হোৱাই নহয়, সিহঁতক পৰাজয় কৰাতো নিশ্চিত হব পাৰি, কিয়নো, স্পেনীয়বিলাক অশ্বাৰোহীৰ আক্ৰমণত টিকিব নোৱাৰে, আৰু চুইছবিলাকে সিহঁতৰ সৈতে সমান মনোবলেৰে যুদ্ধ কৰা পদাতিক সৈন্যৰ লগত যুঁজ কৰিবা ' ভয় কৰে। ইয়াৰপৰা এইটো সিদ্ধান্ত কৰিব পাৰি যে অভিজ্ঞতাৰপৰা আমি জানিব পাৰিম, যে স্পেনীয়সকল ফৰাছী অশ্বাৰোহী সৈন্যৰ আক্ৰমণৰ আগত তিষ্ঠিব নোৱাৰে আৰু চুইছবিলাক স্পেনীয় পদাতিক সৈন্যৰ হাতত পৰাজিত হবই। দ্বিতীয়টোৰ উদাহৰণ এতিয়াও সম্পূৰ্ণকৈ দেখা নাই যদিও, ৰাভেনাৰ যুদ্ধত তাৰ চানেকি পোৱাই গৈছে—এই ৰাভেনাৰ যুদ্ধত চুইছ সৈন্যবাহিনীৰ দৰেই গঠন কৰা জাৰ্ম্মাণ সৈন্যবাহিনীক স্পেনীয় পদাতিক সৈন্যবাহিনীয়ে আক্ৰমণ কৰিছিল। স্পেনীয়বিলাকে শৰীৰৰ তৎপৰতা আৰু ঢালৰ সহায়েৰে শত্ৰুপক্ষৰ যাঁঠিবিলাকৰ মাজত আৰু তলত সোমাই যুদ্ধ কৰিব পাৰিছিল আৰু জাৰ্ম্মানবিলাকৰ আত্মৰক্ষাৰ কোনো পথ নৰখাকৈ সিহঁতক নিৰ্ব্বিঘ্নে আক্ৰমণ কৰিব পাৰিছিল। অশ্বাৰোহীয়ে সিহঁতক চেঁপি নধৰা হ'লে সিহঁতে জাৰ্ম্মানবিলাকক সমূলঞ্চে ধ্বংস কৰিলেহেতেন। সেই কাৰণে এই দুয়োবিধ পদাতিক সৈন্যবাহিনীৰ বিষয়ে জানি লৈ, এটা তৃতীয়বিধৰ সৈন্যবাহিনী গঠন কৰিব পাৰি—যি সৈন্যবাহিনীয়ে অশ্বাৰোহীৰো সম্মুখীন হব পাৰে আৰু পদাতিক সৈন্যলৈকো ভয় নকৰে। আৰু সেইটো কৰিব পৰা হ'ব—সৈন্য বাছি লৈ তাক নতুনকৈ সংগঠন কৰি। আৰু এইবিলাক কথাকে নতুনকৈ অৱতাৰণা কৰি এজন নতুনকৈ হোৱা ৰজাই যশস্যা আৰু খিতাপ আৰ্জ্জন কৰিব পাৰে।

গতিকে, ইটালিয়ে যাতে অৱশেষত এজন মুক্তিদাতা পাব পাৰে, তাৰ কাৰণে এই সুবিধা এৰি দিয়াটো উচিত নহয়। বিদেশী আক্ৰমণৰ হেঁচাত জীয়াতু ভোগা সকলো প্ৰদেশেই যি মৰমেৰে তেওঁক গ্ৰহণ কৰিব, প্ৰতিশোধৰ যি তৃষ্ণাৰে, যি একনিষ্ঠ বিশ্বাসেৰে, যি আগ্ৰহেৰে, যি কৃতজ্ঞতাৰ চকুপানীৰে তেওঁক গ্ৰহণ কৰিব তাক মই প্ৰকাশ কৰিবলৈ অক্ষম। কোন দুৱাৰ তেওঁৰ কাৰণে বন্ধ থাকিব? কোন মানুহে তেওঁৰ আদেশ অমান্য কৰিব? কিহৰ হিংসাই তেওঁৰ বিৰোধিতা কৰিব? কোন ইটালীয়ই তেওঁৰ প্ৰতি ৰাজভক্তি নেদেখুৱাকৈ থাকিব? এই বৰ্ব্বৰোচিত পৰাধীনতাৰ দুৰ্গন্ধত সকলোৰে নাক গেলি গৈছে। আপোনালোকৰ মহান বংশই, সেই কাৰণে, এটা মহৎ উদ্দেশ্যৰ অনুপ্ৰেৰণাত যি সাহসিকতা, যি আশাৰ সঞ্চাৰ হয়, সেই সাহসিকতাৰে, সেই আশাৰে, এই কাৰ্য্যলৈ আগ বাঢ়ি আহক, যাতে তাৰ পতাকাৰ তলত আমাৰ পিতৃভূমি মূৰ দাঙি উঠিব

পাৰে আৰু তাৰেই সম্পৰ্কত আমি পেট্ৰাৰ্কৰ সেই বাণী যথাযথভাৱে বিচাৰ কৰি চাব পাৰোঁ—

দাৰুণ ক্ৰোধৰ বিপৰীতে অস্ত্ৰ ল'ব সাহসিকতাই;
আৰু যুঁজ যেন শেহ হয় অচিৰেই!
প্ৰাচীন শক্তি-সামৰ্থ্যৰ যি তেজে ইটালিবাসীৰ অন্তৰ চঞ্চল, সি লুপ্ত হোৱা নাই এতিয়াও।